# REPORT OF THE GENERAL SECRETARY
# COMMERCE SECTION STUDENTS' UNION

RAMKUMAR BARUAH
*General Secretary,*
*Commerce Section Students' Union*



Before I go on for giving any report in the journal, I must thank all my friends who desired me to be their Union's General Secretary and gave me the opportunity to serve for the cause of the student community. I never considered my-self fit to hold the post, but it is due to the sincere co-operation from the student-friends and profound advice and guidance given by the Porfessors the activities of the Union could be carried on smoothly and with discipline.

During the first few months difficulty was experienced for accommodating the office of the Union but this was averted lateron when we could be accommodated in the small rcom occupied by the Day Section Union.

The meeting of the Executive Committee was held from time to time and the decisions were taken either unanimously or with majorty. At times it was found that some members of the Executive stood against the passed resolutions from the back doors but those who were fond of democracy could find their way to exercise the decisions of the Executives with peaceful methods.

As regards functions, Saraswati Puja, Shri Sankardev Tithi and other functions were performed jointly with the Day Section Union, but the Freshers' Social of the year could not be performed jointly, because a suitable date could not be fixed which would suit the students of both the Unions. However the students who could spare themselves participated in each other's functions.

There were severe losses for suspension of classes owing to ELECTRIC LIGHT trouble. This trouble is a regular menace to the Evening Section students. There should be someone to feel for students and to rectify the defects of the Electric system in the College.

During the year under report, I found that the amenities required for maintaining a student life in the college are lakcing because the college Authority cannot provide these as it is an Aided College and the student of the Commerce Section, being very small in numder could not afford to provide these for themselves. There are also obvious difficulties on the part of the students who attend Colleges in the Evening and they connot take all the advantages of the Coll ge life. But I do not find any reason why most of us do not think that it is the

part and parcel of our duty to attend and give our opinions when a General meeting is organised to make our own Constitution, a meeting is arranged in connection with observance of the death anniverseries of the founders of the College and when a condolence meeting is held when a friend of ours dies. As a result of it, one finds difficulty to organise anything which would benefit the students but cofidence lacks, whether the prestige of the organisers would be preserved when an outsider would be members of the College union will not be there. The reason why the recent Constitution amendment General meeting had to be adjourned on the date fixed, the attendance of only 28 students from both the Day and the Evening Section Unions on the last "late T. N. Sharma memorial day" held in the College and last condolence meeting held on 6th Nov' 56 at the death of one of our freinds are the living examples. I know there is growing dislike for meetings among the students but they should be able to know that in some meetings their presence is needed most.

Of the achievements of the Union Executive, the decision to supplement a Hindi section to the College magazine is one and it will involve some extra amount of expenditure which may not be possible for the stdents to afford. But as Hindi is our Rastra Vasha and Govt is spending a lot for it, a susbstantial Govt. help can be expented if efforts to contribute a bit of their energy towards this language contiune in the College.

Other achievement is that a new Arts Section was opened in this College in the Evening from the session 1956/57 and the students of that section in a General meeting decided to emerge themselves in the Old Commerce Union, which at the desire of the Commerce Students to ambrace the Arts students in the same Union reconstituted the Union and named as "THE STUDENTS UNION, J. B. COLLEGE, EVENING SECTION from 1956–57 session.

As a number of formalities were to be following to reconstitute the Students Unoin, the Freshers'Social and the General Election to the Students' Union were delayed this year. The Freshers'Social of the Evening Section was performed under the Presidentship of Shri N. C. Goswami, Vice-Principal of the College on 7.10.56 and a Variety Performance was arranged in the evening by the Music Section of the Executive.

The General Election to form the Students' Union of the Evening Section of the College will be held on 14th November '56 and I hope my friends will give importance to the need of forming a strong Union and shall take initiative in it.

# REPORT OF THE ASSISTANT GENERAL SECRETARY COMMERCE SECTION STUDENTS' UNION

NAWAB AKRAMUL HUSSAIN
*Assistant General Secretary,*
*Commerce Section Students' Union*



I have pleasure to report to the members of the Union that all through this year the Excecutive maintained the decency and decorum in the proper discharge of its duties. All the functions were performed with great success. We never shrank back from extending our hearty co- operation to the students of other sections in every activity of students, in general, We took fullpart in organising the branch of the 'World University Service' here, which best appears in the edittorial coloumn.

It is a matter of immense pleasure for us that the long-felt demand of the Student-community, has been accoomplished through the introduction of Night Arts-section in our College. We convey our heartfelt gratefulness to the College authority as well as to those who spared no pains for the introduction of the Arts section in the evening which will serve as a nursery for the stamens and carpels of the locality and outside into full bloomed flowers. We are more delighted that from this year, i.e. from year 1956-57 we are having a more healthy union from which we can undoubtdly expect better functioning, resulting in all round development of our student community as a whole.

In fine, it is expected that the students of the Evening section as well as the students of the College in general will be more enthusiastic, zealous and sincere in all affairs concerning to their all-round progress and better up-liftment of our College. With my best wishes to you all.

জগন্নাথ বৰুৱা কলেজ



# আলোচনী

( বাণিজ্য শাখা )

১৮৭৮ শক ৭ম সংখ্যা

১৯৫৬ চন

যোৰহাট

উপদেষ্টা—

অধ্যাপক শ্ৰীমহেন্দ্ৰনাথ ভট্টাচাৰ্য্য

সম্পাদক—

শ্ৰীপূৰ্ণপ্ৰসাদ বৰগোহাঁই

# সূচী পত্ৰ


| বিষয় | লিখক | পৃষ্ঠা |
|---|---|---|
| ১। ন-সৃষ্টিৰ দাবী ( কবিতা ) ... | ... মহম্মদ ইদ্ৰিছ ( ৪ৰ্থ বাৰ্ষিক, কলা ) | ১ |
| ২। ৰূপৰ বেহা ( আলোচনা ) ... | ... অধ্যাপক চৈয়দ আব্দুল মালিক | ২ |
| ৩। ৰীণা আৰু বীণা ( গল্প ) ... | ... শ্ৰীউমানন্দ ফুকন ( বি, কম, ) | ৫ |
| ৪। অসমীয়া ডেকাৰ বাণিজ্য শিক্ষা ( আলোচনা ) ... | শ্ৰীদেবেন বৰা ( বি, কম, পৰীক্ষাৰ্থী ) | ৯ |
| ৫। পথিলিৰ পাখি ( ৰম্য-ৰচনা ) ... | ... — আক্ৰান — | ১৩ |
| ৬। সমাজ আৰু ব্যক্তি স্বাধীনতা ( আলোচনা ) ... | অধ্যাপক শ্ৰীমহেন্দ্ৰ ভট্টাচাৰ্য্য | ১৫ |
| ৭। পৰাজয় ( গল্প ) ... | ... —কমলা বৰা— | ১৮ |
| ৮। নঠা ভাইসকলৰ মাজত দুদিন (ভ্ৰমণকাহিনী) ... | শ্ৰীখগেন্দ্ৰনাথ বৰুৱা ( ১ম বাৰ্ষিক, বাণিজ্য ) | ২৪ |
| ৯। "ব্যথিত হিয়াৰ প্ৰতিধ্বনি" ( গল্প ) | ... শ্ৰীবীণা বৰা ( ২য় বাৰ্ষিক, কলা ) | ২৮ |
| ১০। সম্পাদকীয়— ... | | ৩৭ |

# ন-সৃষ্টিৰ দাবী

## (কবিতা)

মহম্মদ ইদ্ৰিছ [ ৪ৰ্থ বাৰ্ষিক কলা ]

আজি বিংশ শতিকাৰ জনতাই
নিপুণ দৃষ্টিৰে ন-সৃষ্টিৰ সপোন দেখে,
মুমুক্ষু জনতাই তোলে ধ্বনি বিদ্ৰোহৰ
সমাজৰ ধমনি কঁপাই।
বিশ্বব্যাপি বিদ্ৰোহ, তাৰুণ্যৰ উদ্দাম বেগ
চোৱা হেৰা বন্ধু!
জনতাৰ যুগে আজি পেলাব খোজে ওৰ
শোক, তাপ আৰু উৎপীড়ন,
শতিকাৰ দাবানলে লব খোজে প্ৰতিশোধ—
'সিহঁতক' ভীষণ প্ৰতিশোধ!
কান্দে প্ৰাণ সাহিত্যিকৰ, কান্দে প্ৰাণ প্ৰপীড়িতৰ
কান্দে প্ৰাণ হাজাৰ বিজাৰ,—
মুক্তিকামী, শান্তিকামী জনতাৰ।
চিৰ লাঞ্চিত, চিৰ বঞ্চিত জনতাক
যুগে আজি দিছে সকিয়াই,
শোষিত, পীড়িত আজি উঠিছে জাগি
মুক্তিৰ চলাই অভিযান—
যুগৰ বিষাক্ত বতাহে সৰ্ব্বহাৰা দলক
দিছে আহি চেতনা জগাই।
সিহঁতৰেই হব জয়,—বিপ্লৱী জনতাই
গাব গান জীৱনৰ গাব গান মানুহৰ
মুক্তিৰ জয় ডঙ্কা বাজিব দুনাই
জনতাক প্ৰণাম জনাই।

---



# ৰূপৰ বেহা

অধ্যাপক চৈয়দ আব্দুল মালিক

মানুহৰ সৌন্দৰ্য্য সাধনাৰ অৱধি নাই। ব্যক্ত কৰিব নেজানিলেও, জীয়াই থাকিবলৈ শিকাৰ দিন ধৰি মানুহে সৌন্দৰ্য্যকো ভাল পাবলৈ শিকি আহিছে। এতিয়াও সম্পূৰ্ণৰূপে সভ্যতা আহৰণ নকৰা লোক সকলেও, বনৰীয়া ফুল পিন্ধি, জন্তুৰ হাড় পিন্ধি, নাইবা কাঠ বাহঁৰ বাসস্থানকো সজাই পৰাই সুন্দৰৰ আৰাধনা কৰি আহিছে। সভ্য মানুহ আৰু তথাকথিত 'অসভ্য' মানুহৰ সৌন্দৰ্য্যানুভূতিৰ মাজত গুণগত পাৰ্থক্য (qualitative difference) অতি কম, যি পাৰ্থক্য আছে সি পৰিমাণগতহে (quantitative)

কৃষিপ্ৰধান জীৱন ধাৰণ প্ৰণালীৰ পৰা শিল্প প্ৰধান প্ৰণালী অৱলম্বন কৰাৰ ফলত সভ্যতাৰ ৰূপ পৰিবৰ্ত্তন হলেও, সৌন্দৰ্য্যৰ মৌলিক আবেদন অপৰিবৰ্ত্তিতেই ৰৈ গল। অসমীয়া মানুহে কাঠৰ শৰাই, চালপিড়াৰ খুৰা, তাঁতৰ ৰ'-তোলা চুঙা, নাচনী (তাঁতৰ), থাপনা, সিংহাসন আদি ফুলাম কৰি সজাৰ উপৰিও তাত হেঙ্গুল হাইতালেৰে বোলাই ধুনীয়া কৰিছিল। হয়তো ৰুচিৰ দাবীতে, সেই সময়ৰ ৰহণৰ কাম (painting) কিছু অমসৃন (rough) আৰু তেজস্বী (bold) হৈছিল, কিন্তু ৰং ৰহণৰ মাজেদি সৌন্দৰ্য্যানুভূতি জগাই তোলাই তাৰো উদ্দেশ্য আছিল। প্ৰয়োজনৰ সামগ্ৰীত সৌন্দৰ্য্য যোগ দান কৰাৰ ফলত বাঢ়ৈৰ খ্যাতি, তথা বস্তুৰ মূল্য (Commercial value) বাঢ়িছিল, এখন উকা বাঁহৰ বিচনীতকৈ, এখন বোলোৱা কাঠিৰে ফুল তোলা বিচনীৰ চাহিদা নিশ্চয় বেচি, চচ পাটৰ এখন মেখেলাতকৈ এখন মুগাৰ বা গুণাৰ বনকৰা মেখেলা বাণিজ্যিক দৃষ্টিকোণৰ পৰা বেচি লাভজনক।

অৰ্থনীতি বিজ্ঞানত utility of form বোলা এটা কথা আছে। আকাৰ প্ৰকাৰৰ কাৰণেও দ্ৰব্যৰ মূল্যৰ হ্ৰাসবৃদ্ধি হয়। এপোৰা প্লাষ্টিক বৰাৰৰ মূল্য দুই অনাৰ বেচি নহয়, আৰু প্লাষ্টিক হিচাবে বেচিলে এপোৰা প্লাষ্টিকৰ গ্ৰাহকো কোনো নোলাব। কিন্তু সেইখিনি প্লাষ্টিকৰে যদি চকুত লগা পুতলা সজা যায়, কাণফুল, বুটাম, খোপাৰ পিন, ফুলডানী অথবা তেনে ধৰণৰ কোনো সুন্দৰ বস্তু সজা যায়, তেতিয়া দুই অনীয়া প্লাষ্টিক ৰবাৰ খিনিৰে হয়তো চাৰি টকা মূল্যৰ দ্ৰব্য উৎপাদন কৰা যাব। গমি চালে দেখা যাব, যে ইয়াৰ 'বস্তুৰ' মূল্য দুই অনা আৰু আকাৰ গত ভাবে সামগ্ৰীৰ (কাণফুল, ফুলডানী) মূল্য যদি এটকা হয়, তেন্তে বাকী দুটকা চৌধ্য অনা তাৰ form বা আৰোপিত সৌন্দৰ্য্যৰ দাম। সেই দেখি স্পষ্টকৈয়ে সৌন্দৰ্য্যৰ এটা বাণিজ্যিক মূল্যও আছে।

Art বা কলাৰ সহায়ত বিভিন্ন মাধ্যমেৰে সৌন্দৰ্য্যৰ ৰূপদান কৰা হয়। আৰু সেই কালৰ পৰা চালে এই কথা স্বীকাৰ কৰাত কোনো বাধা নেথাকে যে সৃজনীশীল কলাৰো এটা বাণিজ্যিক মূল্য আছে। এজন বিখ্যাত গ্ৰন্থকাৰৰ এখন ভাল কিতাপো, চপা, কভাৰ আদি দেখনিয়াৰ নোহোৱাৰ কাৰণে বিক্ৰী কম যাব পাৰে, আনহাতে কভাৰ, চপা আদি আকৰ্ষণীয় হোৱাৰ কাৰণে এখন সাধাৰণ কিতাপো অভাৱনীয় ভাবে বেচা যাব পাৰে। চিনেমাৰ আলোচনীবোৰ এই বুদ্ধিৰ ওপৰতে বৰ্ত্তি আছে। অসমীয়া কিতাপ আলোচনী আদিৰ বাহ্যিক বৈৰাগ্যয়েই এইবোৰৰ প্ৰতি গ্ৰাহক পাঠকৰ উদাসীনতাৰ এটা মূল কাৰণ। বস্তুবাদী দেশ ৰুচিয়া আৰু চীনেও এই কথা জানে আৰু তাৰ কিতাপ আৰু আলোচনীবোৰ জাকজমককৈ প্ৰকাশ কৰে। সেইবোৰৰ বাহিৰৰ ৰূপটোৱেই সহজে সকলোকে আকৰ্ষণ কৰে। ভাৰতত যেনেকৈ দেশকৰ্ম্মী বা সমাজসেৱী হলে ডাঠ কাপোৰৰ কুৰ্ত্তা, মোটা চেণ্ডেল আদি পিন্ধি ঘূৰি ফুৰিব লাগে বুলি বহুতৰে ধাৰণা, আৰু বনুৱা ফ্ৰন্টত কাম কৰিলে বনুৱাতকৈও দীন হীন বেশে সাজ পোচাক আদি কৰিব লাগে বুলি কোনোৱে ভাবে, সেইদৰে ভৰা দেশ অতি কম আছে। এই Forced simplicity এক প্ৰকাৰ

Fashion বা subery ত পৰিবৰ্ত্তন হোৱাও দেখা গৈছে। ভাল কাপোৰ কানি পিন্ধিও (সামৰ্থ্য হলে নিশ্চয়) যে দেশৰ বা সমাজৰ কাম কৰা যায়, সেই কথাত প্ৰত্যয় যাবলৈ কোনো বাধা নাই। বস্তা তৈয়াৰ কৰা কাৰখানাৰ মেনেজাৰ বা শ্ৰমিকে যদি দামী চুট কৰি কামলৈ যায়, তাত বিসদৃশ দেখিবৰ একো নাই। অৱশ্যে মাত্ৰাৰক্ষাৰ প্ৰয়োজন আছে, সমতা জ্ঞান ( Sense of balance ) শিকাবলৈ বহু সময়ত ৰূপৰ চৰ্চ্চাই বহুৰূপীৰ সৃষ্টি কৰাৰ শঙ্কা আছে। সত্ৰৰ গোসায়ে স্পৰ্টিং গেঞ্জী পিন্ধি, নাইবা ফুটবলৰ কেপ্তেইনে ধুতী পাঞ্জাবী পিন্ধি নিজ নিজ ক্ষেত্ৰত কামত নামিলে নিশ্চয় অৰূপ আমনি পাব। কিন্তু প্ৰত্যেকৰে যে সৌন্দৰ্য্য সাধনা কৰাৰ এটা অধিকাৰ আছে, আৰু তাৰ যোগেদি যে তেওঁৰ মূল্য বৃদ্ধি কৰিব পাৰে, সেইটো সাধাৰণে জনা কথা।

সাধাৰণ মানুহক বাহিৰৰ ৰংবহণে আৰু অভিজ্ঞ জ্ঞানী লোকৰ আভ্যন্তৰিণ সৌন্দৰ্য্যই বেচি আকৰ্ষণ কৰে। সেই কাৰণেই কোনোৱে পণ্ডিত নেহেৰুৰ ব্যক্তিত্বত 'গ্লেমাৰ' দেখা পায় (নেহৰু Showmanship ৰ ওজা), আৰু বহুতে কৃষ্ণ মেননৰ নিৰ্ব্বিকাৰ আৰু আত্মকেন্দ্ৰিক চিন্তা ধাৰাত বুদ্ধি, ৰাজনীতিজ্ঞান আৰু ব্যক্তিবাদৰ প্ৰকাশ দেখা পায়। দুয়োটাই আকৰ্ষণীয়—নেহৰুক যদি কোনোবাই সদায় হাঁহি থকাৰ কাৰণে ভাল পায়, কৃষ্ণ মেননক কোনো দিন নহঁহাৰ কাৰণে ভাল পায়। দুয়োজন ব্যক্তিৰ সেই দুটা, দুটা বিশেষ সৌন্দৰ্য্য। ইয়াৰ দাম আছে—ৰাজনৈতিক প্ৰতিপত্তিৰ ক্ষেত্ৰত।

অসমীয়া নাট্যমঞ্চৰ অৱস্থা আজিও অতিকৈ শোচনীয়। মঞ্চ, অভিনয়ৰ প্ৰয়োজনীয় সামগ্ৰী আদিৰ অভাৱতকৈ ডাঙৰ অভাৱ Showmanship ৰ। show বা প্ৰদৰ্শনীয়েই যাৰ মূল কথা তাত Show manship নথকাটো হাস্যাস্পদ কথা, কিন্তু অসমীয়া মঞ্চ অভিনয়ৰ ক্ষেত্ৰত ই বৰ নিষ্ঠুৰভাৱে সত্য। ভেবাইটি শ্ব' হলে মঞ্চ সজাব নেলাগে বা শিল্পীসকলে পৰিপাটি হৈ ওলাব নেলাগে—এনে এটা ভুল ধাৰণা আমাৰ বহুতৰে আছে। কিন্তু ৰুচিপূৰ্ণ মঞ্চসজ্জা, শিল্পীসকলৰ পৰিপাটি আৰু মাজিত সাজপোচাক চলনফুৰণ আদিয়ে সহজে দৰ্শকক আকৰ্ষণ কৰে। বহু সময়ত আমাৰ variety show বোৰ বা কোনো কোনো থিয়েটাৰ মৰিশালীত পত্ৰ শোকসভা যেন লাগে। সমগ্ৰ show টোৰ total effect বা সামগ্ৰিক আবেদন তাৰ ফলত ব্যাহত হয়, অভিনীত বা প্ৰদৰ্শিত বিষয়ৰ অখণ্ডতা ক্ষুণ্ণ হয়, আৰু দৰ্শকৰ অস্বস্তি বোধ হয়। কলা যদি সজোৱাই হয়, বিড়ি, ৰবমাথি, গাজৰ গোমচেং পিন্ধাই গামখাৰু জোৰ নিপিন্ধালে উকা উকা নেলাগিবনে ?

মটৰ গাড়ীৰ বিভিন্ন ৰং, ডিজাইন আদিত প্ৰচুৰ টকা খৰচ কৰা হয়। এৰোপ্লেনৰো ডিজাইনাৰ সকলে ধুনীয়া এৰোপ্লেন সজাৰ ছবি নিতৌ আঁকিব লাগিছে। আৰ্কিটেক্ট সকলে আধুনিক ঘৰবাৰী সজাৰ মনোমোহা চানেকি যোগান ধৰিছে। এখাৰ কথাত, মানুহৰ সৌন্দৰ্য্যবোধক ব্যৱসায়ী কোণৰ পৰা জুখি ৰূপ বহণৰ বেহানি কৰা হৈছে। এটা ঘড়ীৰ ভিতৰখনৰ দৰেই, এখন মটৰ বা এৰোপ্লেনৰ ভিতৰখনো যন্ত্ৰপাতিৰ এখন কদৰ্য্য দোকান। কিন্তু বাহিৰৰ show টোৱে ভিতৰৰ সেই খিচিং মিচিংবোৰ ধুনীয়াকৈ ঢাকি ৰাখে। আৰু ইয়াৰ যোগেদি উৎপাদকে মূল বস্তুৰ ওপৰত যি অধিক দাম ধৰে, সেইটো প্ৰয়োজনীয় সামগ্ৰী কিনাৰ বাবে নহয়, আনন্দ আহ্বানৰ কাৰণেহে।

বাহিৰৰ এই ৰূপ বহণৰ বেহানি ক্ষণস্থায়ী, লোক দেখনিয়াৰ নাইবা উপকৰণ হব পাৰে, নাই সি জীৱনৰ প্ৰয়োজন মানি গভীৰতা আৰু স্থায়ীত্বকৈও আত্মপ্ৰকাশ কৰিব পাৰে। জাপানী সকলৰ সৌন্দৰ্য্যবোধ পৃথিৱী বিখ্যাত। ঘৰবাৰী, কাপোৰ কানি, ভিতৰ বাহিৰ সকলো কলাকুশলভাৱে সজোৱা পৰোৱা তেওঁলোকৰ জাতীয় চৰিত্ৰৰ ভিতৰুৱা কথা, সেই দেখি আজি জাপানৰ এটা সাধাৰণ বস্তুতো যি সুন্দৰ কাৰুকাৰ্য্য, ৰংবহণ দেখিবলৈ পাওঁ, সি জাপানী সকলৰ জাতীয় মনটোৰে পৰিচয় দিয়ে। এই সংযোজিত সৌন্দৰ্য্যৰ বৰ্দ্ধিত মূল্যৰ কথা নধৰিলেও, তেওঁলোকৰ মানসৰ এটা আভাস আমি ইয়াৰ পৰা পাওঁ। এমেৰিকাৰ পাঠকৰ মাজত সৰ্ব্বৰহী চমকপ্ৰদ ডিটেক্টিভ উপন্যাস নাইবা ক্ৰাইম্ নভেল পঢ়ি অথবা হলিউদৰ এখন ছবি চাই আমি এমেৰিকাৰ মনোবৃত্তিৰ কিছু ধাৰণা কৰিব

পাৰো, তাত **Showmanship**ৰ অভাৱ ক'তো ধৰা নপৰে। আৰু ইয়াৰ মাধ্যমত কিদৰে ব্যৱসায়ী প্ৰতিষ্ঠা হয়, সেই লক্ষ্য তেওঁলোকৰ সদায় থাকে।

আগৰ দিনতো কবি, ভাস্কৰ, চিত্ৰশিল্পী, গায়ক আদিয়ে তেওঁলোকৰ নিজ নিজ মাধ্যমৰ যোগেদি ৰজা অথবা অভিজাতসকলৰ মৰম চেনেহ পৃষ্ঠপোষকতা আদি আদায় কৰিছিল, বহু সময়ত এই কাৰণেই শিল্পীৰ মৌলিক প্ৰতিভা খৰ্ব্ব আৰু বিকৃত হৈছিল। সেই সময়ত সৰ্ব্বসাধাৰণৰ এইবোৰ উপভোগৰ সুযোগ নাছিল কাৰণে সি ৰজাঘৰত আশ্ৰয় লৈছিল, আৰু তাৰ ব্যৱসায়ী কালটোৱে ৰজা, ডাঙৰীয়া আদিৰ দৃষ্টি আকৰ্ষণৰ ক্ষেত্ৰতে আৱদ্ধ হৈছিল। আজি শিল্পযুগৰ দান স্বৰূপে, মানুহৰ অধিকাৰ সকলোতে বিস্তৃত হৈ পৰিছে। আৰু সেই দেখি কলাসেৱী তথা শিল্পী সাহিত্যিক সকলেও তেওঁলোকৰ প্ৰেৰণাসম্ভূত মৌলিক সৃষ্টিত ৰূপ, ৰস, শব্দ, গন্ধ, স্পৰ্শৰ বিভিন্ন ৰহণ দি তাৰ চাহিদা বঢ়াবৰ চেষ্টা নকৰি থকা নাই। আনহাতে প্ৰয়োজনীয় সামগ্ৰীত (যত সৌন্দৰ্য্য প্ৰয়োগ উপকৰ্‌ণ কথা মাত্ৰ), ৰংবহণ ডিজাইন আদিৰ নিত্য নতুন সংযোজনা কৰি ব্যৱসায়ী উৎপাদনকাৰী সকলে মানুহৰ সৌন্দৰ্য্যস্পৃহাৰ ওপৰত যথেষ্ট উপকাৰ লাভ কৰিছে, ইয়াৰ দৰকাৰো আছে, নহলে আমাৰ প্ৰয়োজনৰ জগতখন বৰ নিৰস হলহেঁতেন।

---



# বীণা আৰু বীণা

—**উমানন্দ ফুকন** বি, কম্ [ প্ৰাক্তন ছাত্ৰ ]



ৰমেন্দ্ৰ সোমাই আহে। হাতৰ ছাটিটো মেৰখনত আঁউজাই থৈ চকী খনত বহি পৰে। জেপৰ পৰা Illustrated weekly ৰ কালি অনা পাত এটা উলিয়াই মোৰ কাপে আগ বঢ়াই দি কয় "Clue কেইটা চোৱাচোন ভাই"। বীণাই তেওঁক দেখিয়েই Dictionery খন উলিয়াই আনে। বীণাই জানে যে ইয়াৰ পাছতেই সেই খন বিচাৰিব। Cross word puzzle পঠোৱা মোৰো অভ্যাস হৈ পৰিছিল। মধ্যবিত্তৰ জীৱনত সিও এটা আশা—কিজানিবা এবেলি লাগি যায়।

"অকলশৰীয়া মানুহ সিমান মোৰ টকা পালে কি কৰিব" বীণাই সোধে।

"এইবাৰ পানেই—চাবাচোন—All correct"

"আৰু কেইদিনমো কৰিব—Cross word বন্ধ হবই। ভাল হৈছে অনাহকত পইছাবোৰ পানীত পেলায়। তাতকৈ যদি পইছা বোৰ সাঁচি থলে হেতেন নিজে নিজেই এটা প্ৰাইজ লব পাৰিলে হেতেন।"

মই বাধা দি কওঁ "তুমি নুবুজা বীণা, তেখেতৰ জীৱনত ই এটা ডাঙৰ লগৰ বস্তু হৈ পৰিছে। ওমবৰ স্ৰবা আৰু চাকি"—তেখেতৰ স্ৰবা আৰু Cross word" বাৰু চাহ লৈ আনা।

আমি শব্দ বিচাৰো—চাহ খাওঁ, শব্দত যুক্তি দিওঁ সৰু সৰু বৰ্গক্ষেত্ৰবোৰত আখৰ ভৰাই দি কল্পনা কৰো। যদি 80,000৲ পাওঁ তেন্তে কি কৰিম। ঘৰটো ভালকৈ সাজিম। কিছুমান কিতাপ কিনিম। ভাৰতবৰ্ষখন এবাৰ ভালকৈ চাই লম। বীণা আৰু মই দুয়ো একেলগে যাম। ৰমেন্দ্ৰৰ হয়তো অন্য প্লান আছে ইত্যাদি। মেৰামেপেৰাকৈ চলি থকা ৰেৰঘুণ জাক অলপ কমি যায়। ৰমেন্দ্ৰৰ মুখৰ পৰা মহলৰ সন্তীয়া মদৰ ভেকেটা গোন্ধটোৰ হাতসাৰিবলৈ দুৰন্তটো হিচাব মতে ৰাখি মই ওলাই যাওঁ তেখেতৰ একাপৰলীয়া বাবী খনৰ মাজৰ সিচু গছ জোপাৰ তলত থকা জীৰ্ণ ঘৰটোৰ মুখলৈকে। তাৰ পাছত ঘুৰি আহোঁ।

দুৱাৰ খনৰ হাঁকোটাটো বন্ধ কৰি কামিজৰ হাতৰ বুটাম দুটা খুলি ভিতৰৰ কোঠাটোত সোমাবলৈ গৈছিলো বাহিৰৰ কোঠাৰ আয়নাবোৰ হঠাতে উজ্জ্বল হৈ উঠিল। চাৰিকোণীয়া পোহৰবোৰ বেৰখনত পৰি ইফালৰ পৰা সিফাললৈ লৰি গল। মটৰৰ হৰ্ণ টো দুৱাৰ ডাঙৰকৈ বাজি উঠিল। ধুম্! ধম্!!—দুৱাৰ দুৱাৰ জপাই দিয়াৰ শব্দ। তাৰ পাছত অন্ধকাৰ। "কোন আহিব পাৰে" মই ভাবো—উত্তৰ একো বিচাৰি নেপাওঁ। দুৱাৰ খন খুলি অন্ধকাৰৰ মাজেদিয়েই চকুকেইটা সৰু কৰি চাই পঠাও—লেমটো আনিব যে লাগে পাহৰিলোৱেই।

"আহক! একো নেদেখাকৈয়েই মাত লগাওঁ"

"আহক নহয়" "আহ হে" ডাঙৰ কৈ হাঁহি নৰেন সোমাই আহে। লগতে আহিছিল এজনী শকত মানুহ। নবাছোৱালী কেইবাটাও। তেখেতক কওঁ। "আপুনি ভিতৰলৈকে যাওঁক"

"আপুনি আকৌ কিয়? তেওঁ মোৰ ওৱাইফহে।" নৰেনে আপত্তি কৰে।

মোৰ খোকোজা লাগি গৈছিল। অচিনাকি তিৰোতাক আপুনি বুলিবলৈ বাধা। তাতে মানুহ জনীৰ মুখ খন দেখি চিনি পাওঁ যেন লাগিল। তাৰ পাছত আমি বহি পৰিলো। বহুত কথা বতৰা হলো।

"পাছে ইয়াত আজি থাকিবি নহয়?" মই সোধো।

"আজি লেবগাওঁত থাকি কালিলৈ পুৱাই গুৱাহাটীলৈ যামগৈ। বৰ আৰ্জেন্ট কাম আছে।"

"তহত বিজিনেছমেন্" "তইঁতৰ যদি ডাঙৰ কাম নাথাকে কাৰ থাকিব" মই কওঁ।

ঠাট্টা কৰিছ—কব। পাছে তোৰ গল্প চল্প লেখা হৈছেনে নাই ?"

"অলপ অচৰপ—মাজে সময়ে"।

মোৰ কোঠাটো সি এবাৰ ভালকৈ চাই লয়। কেৰাচিনৰ চাকিটো বেচিকৈ বঢ়াই দিয়ে। ক'লা ক'লা ধোঁৱাবোৰ ওপৰেদি ওলোৱা দেখি আকৌ কমাই দিয়ে। ইলেক্‌ট্ৰিক লাইটৰ তলত অভ্যস্ত চকুত মোৰ কোঠাটো বোধকৰো তাৰ আন্ধাৰ আন্ধাৰ লাগিছিল। কিছুসময় আমি দুয়ো নিমাত হৈ কিবা কিবি বোৰ ভাবো। মই ভাবো "এই মানুহটোৰ লগত মই একে লগে স্কুলত পঢ়িছিলো আৰু এবছৰ একেলগে কলেজত। মানুহটোৰ বহুত বদলি হৈছে—বিশেষকৈ তাৰ অৱস্থাটোৰ। সি ফাৰ্ষ্ট ইয়েৰৰ পৰা কলেজ এৰি কামত সোমালে। কাম এৰি যুদ্ধৰ সময়ত কাৰবাৰ। এতিয়া ডাঙৰ কাৰবাৰী, শুনিবলৈ পাইছো (নিজে নাজানো) চোৰাং কাৰবাৰ আৰু কানিৰ বেপাৰত হাজাৰ টকা কৰিলে। আজিৰ পৃথিৱীত টকাই ধৰ্ম্ম আৰু টকাই সৰ্ব্বস্ব। আমাৰ দৰে দুখীয়া শিক্ষকৰ ধনো নাই মানো নাই। তাৰ সংসাৰ ধনৰ তুলনাত মোৰ সংসাৰধন ম্লান হৈ যায়। হব পাৰে সি চোৰাং কাৰবাৰী তথাপিও তাৰ এটা 'ষ্টে টাচ্' আছে।" এনে বোৰ ধাৰণা বোধকৰো শিক্ষিত মানুহৰ মনলৈ নাহে কিন্তু মোৰ আহিছিল। নিস্তব্ধতাটো ভাঙিবলৈ মই শব্দ বিচাৰি ফুৰিছিলো। বীণাই ভিতৰৰ পৰা ওলাই আহিল লগতে নৰেনৰ পৰিবাৰ। নৰেন যাবলৈ ওলাল।

তেওঁলোকক বিদায় দি আমি দুয়ো সোমাই আহো। ৰাতি ভালেমান হৈছিল। মোৰ মনটোত কিবাকিবি ভাববোৰ সোমাই পৰিছিল। বিশেষকৈ মোৰ টকা পইচাৰ অভাৱৰ কথাটো ভাবিয়েই মই নানান কথা ভাবিছিলো। স্কুলত পঢ়া অৱস্থাত নৰেন আৰু মই এক আছিলো। ইটোৱে সিটোক নেদেখিলে থাকিবই নোৱাৰিছিলো। সি পঢ়াত বৰ ভাল নাছিল। কিন্তু তাৰ অৱস্থা আজি মোতকৈ হাজাৰ গুণে ভাল। তাৰ উপৰিও মোৰ জীৱনত আৰু এটা দুৰ্ঘটনা হৈছিল। এবা দুৰ্ঘটনাই বুলি কব লাগিব। অৱশ্যে আঠবছৰৰ আগৰ বিয়াৰ আগতে ঘটা।

আঠবছৰীয়া জীৱনৰ ভিতৰেদি আমাৰ মাজত এটা অসামান্য সম্বন্ধৰ প্ৰতিষ্ঠা হৈছিল। এই সম্বন্ধটো প্ৰতিষ্ঠা হৈছিল আমাৰ দুয়োৰো মাজত মানসিক বুজাপৰাৰ মাজেদি। মই ভালপোৱা কথাবোৰ বীণাই ও ভাল পায়। অমিল হোৱা কথা বোৰ ধীৰে সুস্থিৰে আলোচনা কৰি মীমাংসা লৈ আহো। তথাপিও মই কেতিয়াবা ভাবো যে বীণাক বিয়া কৰোৱা হলে কিজানি মোৰ জীৱনটো আৰু সুখৰ হলহেতেন। সিও হয়তো মোৰেই ভুল কব নোৱাৰো। যদিও বাধ্যত পৰি বীণাক বিয়া কৰালো তথাপিও মোৰ জীৱনটো বেচ চলিছে। মোৰ ভাববোৰক সৰল কৰি দিব পৰা—মোৰ অনুভূতিবোৰক মানৱতাৰ ফাললৈ বেচিকৈ আনি জাগ্ৰত কৰি দিব পৰা—মোৰ জীৱন নিৰ্ব্বাহৰ অৱস্থাত খাপ খাই পৰা এজনী জীৱন লগৰী—ইংৰাজীত যাক কব পাৰি "ইন্টেলেক্‌চুৱেল পাৰ্টনাৰ"

বাৰিষাৰ বৰষুণ শেষ হৈ গৈছিল। শেৱালী ফুল বোৰ ফুলিবলৈ আৰম্ভ কৰিছিল। ৰাতিপুৱাৰ ওলাই অহা ৰ'দবোৰ ভাল লগা হৈছিল। তথাপিও মোৰ মনটো বৰ ভাল লগা নাছিল। কাৰণ কিছুদিনৰ পৰা মোৰ ডিডিত কিবাধৰণৰ এটা বিষে বাহ লৈছিল হি। সাধাৰণ ঔষধে ভাল কৰিব নোৱাৰাত মোৰ মনত এটা সন্দেহ হোৱাটো একো আচৰিত নহয়। পুজাৰ বন্ধৰ লগতে দুদিন মান ছুটীলৈ ৰবৰাৰীত দেখুৱাই অহাটোকেই ঠিক কৰিলো। কেনেবাকৈ 'কেন্‌চাৰ' বুলি কৈ দিব লাগিলেটো সৰ্ব্বনাশেই। ডিব্ৰুগড়ত নৰেনৰ ঘৰতেই থাকিম। সিয়ো মাতি থৈ গৈছিল। ৰাতিল হৈ থকা বীমা কেইটাৰ পইচাটো দি থৈ যাওঁ বুলি ভাবিছিলো। কিন্তু ভাবিলো "বীণাৰ লৰা-ছোৱালী হাল। মোৰ পইচা নহলেও সিহঁতক মানুহ কৰিব পাৰিব। তেওঁৰ নিজৰ শিক্ষা আছে যেতিয়া ভয় নাই।"

সেই উদ্দেশ্যেই এদিন এখাৰ বজাত ডিব্ৰুগড় পাই পোনে পোনেই নৰেনৰ ঘৰত সোমালোগৈ। বাহিৰৰ পৰা দেখিবলৈ বেচ ধুনীয়া বৰ ঘৰটোত সোমায়েই মোৰ বেয়া লাগি গল। নৰেন ঘৰত নাই বুলি সৰু ছোৱালীজনীয়ে খবৰটো দি ভিতৰলৈ সোমাই গল। বাহিৰৰ কোঠাটোত মূল্যবান চকী মেজ বহুতেই আছিল কিন্তু কোনো এখনেই বহিব পৰা হৈ নাছিল।

কিছুসময় মই থিয়হৈ বৈ থাকিলো। তাৰ পাছত ভাবিলো কাৰবাক মাতো। এনেতে মোৰ লৰাটোৰ সমান এজনী ছোৱালী ওলাই আহিল। মই ছোৱালী জনীক সুধি গম পালো যে নৰেন কলিকতালৈ গল। সেইদিনা ছুৱি পোৱাৰ কথা। তাৰপাছত মোৰ পৰিচয়টো দি ভিতৰত কবলৈ কলো। ছোৱালী জনী কিছুসময়ৰ পাছত ওলাই আহি মোক বহিবলৈ কলে। মই নিজে বহিবৰ বাবে চকী এখন ঠিক কৰি বহি পৰিলো।

প্ৰায় আধাঘন্টামান সময় বহিলো। ভিতৰৰ পৰা কোনো মানুহ ওলাই নহা দেখি মোৰ মনটো কেনেবা লাগিল। নিজকে কিবা অপৰাধী যেন লাগিল। মোৰ অনুপস্থিতিত মোৰ ঘৰলৈ কোনোবা গলে বীণাই নিজে সোধপোচ কৰে। নৰেনৰ পৰিবাৰেটো এবাৰ ওলাব পাৰিলে হেতেন। আধাঘন্টা বহাৰ পাছত মোৰ মনটোৱে বিদ্ৰোহ কৰি উঠিল। আধা নাৰ্জ্জিহৈ পৰি থকা চকীমেজ, ধূলি আৰু কাগজৰ টুকুৰা বোৰৰ সৈতে কোঠাটোত মোৰ আৰু একমিনিটো বহিবৰ ইচ্ছা নাথাকিলেও মই বহিবলৈ বাধ্য হৈ পৰিছিলো। আৰু পোন্ধৰ মিনিট মোৰ কাৰণে পোন্ধৰ ঘন্টা হৈ পৰিছিল। ন'টবুকটোৰ এখিলা কাগজ ফালি লেখিলো "নৰেন, মই আহিছিলো। আকৌ আহিম গৈ। মোৰ বিচনা পত্ৰ আৰু বাকচটো ইয়াতে থলো।" ইতি— উমেশ।

আহিল মাহৰ চোকা ৰ'দত দুপৰীয়া মেডিকেল কলেজ হাস্‌পাতালৰ আগৰ বাটটোৰেদি গৈ আছিলো ভাবিছিলো হোষ্টেলত চিনাকি লৰা এজনক লগ ধৰি কথাবাৰ্ত্তা বোৰ সুধি লওঁ। হঠাতে এজন মানুহে পাছফালৰ পৰা মাতিলে। "হেৰি ৰব চোন।" মই বৈ গলো।

"আপোনাৰ নাম উমেশ বৰুৱা নহয়নে?"

"হয়"

"মোক চিনি পাইছেনে"

"মই মূৰ জোকাৰিলো"

"কিয়? কটনত একেলগে পঢ়া নাছিলো জানো? মই অৱশ্যে বিজ্ঞানৰ ছাত্ৰ আছিলো"।

"মাফ কৰিব মই এতিয়াও ধৰিব পৰা নাই" মই কলো।

মই চিনিবই পৰা নাছিলো। প্ৰদীপ হাজৰীকা মোৰ লগতেই পঢ়িছিল আৰু একে হোষ্টেলতে আছিলো এতিয়া ভীষণ শকত হৈ পৰিছে। কলিকতাত ডাক্তৰি পাছ কৰি এতিয়া মেডিকেল কলেজৰ ডাক্তৰ। বহুত বছৰৰ মূৰত তেওঁ মোক লগ পাই তেওঁৰ ঘৰলৈকে লৈ গল। মেডিকেললৈ অহাৰ উদ্দেশ্য তেওঁক আদ্যোপান্ত কলো। তেওঁ মোক বিনামূল্যে পৰীক্ষাৰ সকলো ব্যৱস্থা কৰি দিবলৈ গাত ললে। মই কৃতজ্ঞতা জ্ঞাপন কৰিলো। তেওঁ কলে "মই আপোনাৰ গল্প কেইবাটাও পঢ়িছো।" তেওঁ মোৰ বিষয়ে বেচ খবৰ ৰাখিছে আৰু মোৰ প্ৰত্যেকটো গল্পই পঢ়িছে। ডাক্তৰহৈও সাহিত্যৰ ইমান খবৰ ৰখাৰ বাবে মই তেওঁৰ শলাগ ললো। ডাঃ হাজৰীকাই তেতিয়াও ভাত খোৱা নাছিল। মোকো ৰলেৰে লৈ গল।

আমি ভাত খাবলৈ প্ৰায় আধাঘন্টা মান বব লগা হল। তাৰ আগতে চাহ মেল চলিল। সেই সময়খিনিত সাহিত্যৰ বিষয়ে আমাৰ আকৌ আলোচনা চলিল। ডাঃ হাজৰীকাই কৈছিল "বৰ্ত্তমান অসমীয়া সাহিত্যত কিছুমান "পাণ্ডিত্যৰ কচৰৎ" চলিছে। নিজৰ পাণ্ডিত্য প্ৰকাশ কৰিবলৈ সৃষ্টি কৰা গল্প, কবিতা আদি শিক্ষিত লোক সকলৰ বাবেও দুৰ্বোধ্য হৈ পৰিছে। সাধাৰণ মানুহে বুজিবতো নোৱাৰেই। বিদেশী লিখকৰ নাম উক্তি, ইত্যাদি গল্প কবিতাত সুমুৱাই দি নতুন সাহিত্যৰ সৃষ্টি কৰিব নোৱাৰি। বৰ্ত্তমান অসমীয়া সাহিত্যৰ উন্নতি কৰিবলৈ হলে পঢ়ুৱৈ সমাজটো ডাঙৰ কৰিব লাগিব। লৰা-বুঢ়া আৰু অসমীয়া পঢ়িব জনা হোজা খেতিয়কেও বুজি পোৱা সাহিত্যৰ আৱশ্যক। শিক্ষিত সকলৰ বাবে উচ্চপৰ্য্যায়ৰ সাহিত্যৰো প্ৰয়োজন আছে। মই তেখেতৰ কথাত মনে মনে বেয়া পাইছিলো। কাৰণ লিখক হিচাবে মই আত্মকেন্দ্ৰিক। মোৰপাণ্ডিত্য প্ৰকাশ কৰাৰ একমাত্ৰ স্থল সাহিত্য। গল্পত মই প্ৰকাশ কৰো—আন আন লিখক আৰু শিক্ষিত সকলক দেখুৱাও মোৰ জ্ঞান কিমান। তেখেতসকলক দেখুৱাই দিব খোজো ময়ো পঢ়িছো—বাক্, শ্ব, শেক্সপিয়েৰ, হাক্সলি, মম, জলা, বাচেল, ডাৰউইন, আইনষ্টাইন, পাচকিন, গৰ্কী, ফ্ৰয়দ, এড্‌লাৰ, আৰু হেভ্‌লক ইত্যাদিৰ লিখা, ময়ো জানো—ৰাফেল, টিটিয়ান, ব্লেক, ৰবেন, পিকাচ্ছ ইত্যাদিৰ চবি বোৰৰ বিষয়ে।

মোৰ উদ্দেশ্য—সমাজে মোক পণ্ডিত বুলি স্বীকাৰ কৰক। পিয়ন চাপ্ৰাচীয়ে পঢ়িব পৰাকৈ, মাক বাপেক, ককাই ভনী একেলগে বহি পঢ়িব পৰাকৈ, স্কুলৰ লৰা ছোৱালীয়ে পঢ়িব পৰাকৈ গল্প লেখি অসমীয়া সাহিত্যৰ উন্নতি কৰাৰ উদ্দেশ্য মোৰ নাই। কিন্তু প্ৰতিবাদ কৰাৰ মোৰ উপাই নাছিল। তেখেতৰ সুস্থ আৰু সৰল সমালোচনা বোৰ মই মানি লবলৈ বাধ্য হৈ পৰিছিলো।

সেই দিনা মই তাতে থাকিলো। ঘৰত থকাৰ দবেই হাজৰীকাৰ ঘৰত থাকি বৰ ভাল লাগিল। হাজৰীকাৰ পৰিয়ালো অমায়িক। সেই দিনা আবেলি মেডিকেল কলেজখন এবাৰ চাই ললো। পাছদিনা মোৰ পৰীক্ষা হৈ গল। কেন্ চাব নহয় জানিবা। টিনচিলাইটিচ্ নে কিবা এটা বুলি কৈ দৰৱৰ নাম লেখি দিলে। কাগজ বোৰ জেপত ভৰাই লৈ ডাঃ হাজৰীকাৰ পৰা বিদায় ললো। সেই দিনাই যোৰহাটলৈ উভতিম বুলি মনস্থ কৰি নৰেনৰ ঘৰ পালোহি। মোৰ দুৰ্ভাগ্যই নে সৌভাগ্যই কব নোৱাৰো নৰেনক ঘৰতে পালো। নতুন "ফিয়েত্" গাড়ীখন লৈ ঘৰৰ আগত বৈছেহি মাত্ৰ। মোক দেখিয়েই সি চিঞৰি উঠিল "কৰ পৰা ওলালিহি ভাই"

"আজি মেডিকেল কলেজৰ পৰা"

"কেলেই—মোৰ ইয়াত নাথাকিলি যে"

"তাত থকাৰ বাবে মোৰ সুবিধা হল"

নৰেনৰ ঘৰত থকাৰ অসুবিধাটো কব খুজিছিলো। পাছে মুখৰ পৰা নোলাল। মনে মনে ভাবিলো সেই দিনটো নৰেনৰ তাতে থাকি চাওঁ। নৰেনক ভাত যে খাম সেই কথাটো কলো। নকলে কিজানি ভাতৰ ব্যৱস্থা নকৰেই—যিহে নমুনা আগদিনা পাই গৈছিলো। নৰেন ভিতৰলৈ সোমাই গল। মই ঠিয়হৈ ঘৰটোৰ আগফালে এবাৰ ভালকৈ চাই ললো। একেবাৰে ঠিকাদাৰী কাৰবাৰ। ঘৰৰ ভিতৰত যেনেকৈ শৃঙ্খলা নাই বাহিৰতো ঠিক তেনেই। আমাৰ বীণাই দেখোন বাহিৰে ভিতৰে গছৰ পাত এটাও পৰি থাকিবলৈ নিদিয়ে। ঠেৰেঙ্গা লগা জাব কালিও বাঢ়নি লৈ চোতা-লবোৰ সাৰি পৰিষ্কাৰ কৰি থয়।

প্ৰায় দুঘন্টা মানৰ পাছত ভাতৰ খবৰ আহিল। নৰেনে মোক লৈ গল। নৰেনৰ ফালৰ পৰা কোনো লৌকিক ব্যৱহাৰ আশা কৰা নাছিলো। আমাৰ সৰ্ব্ব-সাধাৰণৰ মাজত প্ৰচলিত গৃহিনীয়ে কৰা ব্যৱহাৰ ডাঃ হাজৰীকাৰ একেবাৰে চাহাবী ফেচনৰ ডাইনিং ৰুমটো বিচোৰ হাজৰীকাৰ পৰা পাইছিলো। তাত সাধাৰণ হোটেলত খোৱাৰ দৰে ভাত খাবলৈ হাতমুখ ধোৱাৰ পানী, গামোছা ইত্যাদিৰ ব্যৱস্থা নিজে কৰি লব লগা নহৈছিল। মজিয়াত বাটি থোৱা ভাতৰ ওচৰত গৈ আমি দুয়ো বহিলো। তাত প্ৰথমেই হাত-ধুবলৈ পানী বিচাৰিব লগা হল। নৰেনে উঠি গৈ পানী আনি দিলে। খাবলৈ আৰম্ভ কৰি খোৱা পানীৰ আৱশ্যক হোৱাটো মাতিব নোৱাৰিলো জানোছা নৰেন নিজেই উঠি যাব লগা হয়। মনে মনে ভাবিলো নৰেনৰ পৰিবাৰৰ কিজানি কিবা অসুবিধাই। লাহে লাহে ভাত খাই মই বৰ আমনি পাওঁ। নৰেনে কিন্তু বৰ লাহে লাহে খায়। ভাত খোৱা কোঠাটোৰ ইফালে সিফালে চাবই নোৱাৰি। জুহুৰাই মেচ পাতি থকা বান্ধনি ঘৰৰ মজিয়াৰ দৰে। মোৰ বৰ কিবা কিৰিখন লাগি গৈছিল। এনেতে কৰবাৰ পৰা খপহ্ খপহ্ কৰি নৰেনৰ পৰিবাৰ সোমাই আহি খমক খাই ৰল মুখত মাত ওলাল "অ' আপুনি"। বোধকৰো খুবি লৰ মাৰিব খুজিছিল বেয়া দেখাই বুলিয়েই ৰৈ সুধিলে "কিবা দিম—নেকি ?"। মোৰ মুখটো গৰম লাগি গৈছিল। নিজকে সংযত কৰি কলো। "একো নালাগে" তাৰ পাছত নৰেনক কলো—"নৰেন তই জাননে ?—বীণা মোৰ ছাত্ৰী আছিল। মই বীণাক পঢ়ুৱাইছিলো ?"

"হয়নেকি ?" নৰেন আচৰিত হৈ উঠিলে।

মোৰ পৰিচিত হাঁহিটো বীণাৰ ওঠত ভাঁহি উঠিল। ঠিক আগৰ দৰেই কিন্তু সেই আগৰ ধুনীয়া মুখখন নহয়। বীণাৰ যৌৱনৰ সৌন্দৰ্য্যটো একেবাৰেই হেৰুৱাই পেলাইছে। শকত হোৱাত আপচু হৈ পৰিছে। এতিয়া বীণা আৰু বীণাক তুলনা কৰিবই নোৱাৰি। বীণা এতিয়া দেখিবলৈকো ভাল। কাম কাজে কথাই বাৰ্ত্তাই ভাল আৰু মাৰ্জ্জিত ৰুচি সম্পন্ন। মোৰ ভুলটো ভাগি গল। ভাত খাই উঠি টোপোলা তাপলি লৈ যোৰহাটলৈ উভতি আহিলো।

---

# অসমীয়া ডেকাৰ বাণিজ্য শিক্ষা

***শ্ৰীদেবেন বৰা***, বি, কম, পৰীক্ষাৰ্থী

আমাৰ বহুতো মানুহেই বাণিজ্য নো কি—তাক ভালদৰে নেজানে। সৰহভাগেই বাণিজ্যৰ অৰ্থ ওলোটা ধৰণে বুজে। তেওঁলোকে ভাবে যে বাণিজ্য মানে আলুগুটি বা ছাগলীৰ বেপাৰ কৰাহে। বহুতে বাণিজ্যৰ কথা কলে হাঁহিতে উকমুখাই দিয়ে। কিন্তু দকৈ ভাবি চাবলৈ হ'লে বাণিজ্যৰ অৰ্থ বেলেগ হৈ পৰে।

আমাৰ অসমীয়া মানুহ বাণিজ্য ক্ষেত্ৰত আন আন দেশৰ তুলনাত যথেষ্ট পিচপৰা। সেই কাৰণেই আমাৰ অসমে আজিও শিল্প আৰু বাণিজ্য ক্ষেত্ৰত উন্নতি কৰিব পৰা নাই। সমাজতান্ত্ৰিক গঢ়ৰ সমাজ গঠন কৰাত আজিৰ দিনত বাণিজ্যই হৈ পৰিছে প্ৰধান চাবি কাঠী। বাণিজ্যই শিল্প প্ৰতিষ্ঠান বোৰক উন্নতি পথত প্ৰেৰনা যোগায় আৰু জাতীয় আয় বৃদ্ধি কৰে। বাণিজ্য নহলে এখন দেশৰ শিল্প মৰাপ্ৰায় হবলগীয়া হয়। আনহাতেদি বাণিজ্যই আন্তৰ্জ্জাতিক ক্ষেত্ৰত সহযোগীতা আৰু মিলাপ্ৰীতিৰ কঠীয়া সিঁচে। উন্নত ধৰণৰ বাণিজ্যৰ যোগেদিয়েই আজি ৰুছ, চীন, আমেৰিকা আদি দেশ বিলাকে সকলো ক্ষেত্ৰতেই আগুৱাই যাব ধৰিছে আৰু জগতত উন্নত দেশ বুলি চিনাকি দিব পাৰিছে। বাণিজ্যই জাতিৰ জীৱন নিৰ্ব্বাহৰ মান উন্নত কৰে।

ব্যৱসায়ৰ দ্বাৰা এখন দেশ সমৃদ্ধিশালী কৰি তুলিবলৈ হ'লে যথেষ্ট শিক্ষাৰ প্ৰয়োজন। শিক্ষা নহলে ব্যৱসায়ত উন্নতি কৰিবলৈ অলপ টান হয়। কৃতকাৰ্য্যতা লাভ কৰা ব্যৱসায়ী সকলক সুধিলে হয়তো কব যে অপাৰদৰ্শিতা আৰু এলাহৰ কাৰণেই বহুতো ব্যৱসায় বন্ধ হৈ যাব লগীয়া হয়। কেতিয়াবা অধিক লাভলৈ চাওঁতে মূলো হেৰায় আৰু ফলত ব্যৱসায় বন্ধ হৈ যায়।

বাণিজ্যত উন্নতি কৰিবলৈ কোনো সহজ উপায় বা চম বাট নাই। কঠোৰ পৰিশ্ৰমৰ মাজেদিহে বাণিজ্যত উন্নতি কৰিব পাৰি। ব্যৱসায়ত জয়লাভ কৰিবলৈ হ'লে লাগিব কঠোৰ পৰিশ্ৰম। যিজন ডেকাই 'লাগ', বুলিলেই সকলো বস্তু পাই তেওঁ নিজৰ সকলো হেৰুৱাব লগাত পৰে—যদিহে তেওঁৰ উৎসাহ আৰু উদ্যোগ নেথাকে আৰু যদিহে আন আন লাগতীয়াল গুণবিলাক আহৰণ কৰিবলৈ তেওঁ অসমৰ্থ হয়। সাধাৰণতে পৰ্ব্বপুৰুষ সকল যদি ব্যৱসায়ী হয়, তেওঁলোকৰ নাতি পুতি সকল নিষ্কৰ্ম্মী হয়—কিয়নো তেওঁলোকে ডেকা কালত এই বিষয়ে একো ভাবিবলগীয়া নহয়। শেষত সৈ সকলো হেৰুৱাই সৰ্ব্বস্বান্ত হয়।

আজিৰ দিনত ব্যৱসায়ত উন্নতি কৰিবলৈ হ'লে ভাল শিক্ষাৰ নিতান্ত প্ৰয়োজন। কিছুমানে ব্যৱসায় চলাবৰ কাৰণে যিবিলাক গুণৰ দৰ্কাৰ সেই বিলাক প্ৰকৃতিৰ দান হিচাবেই পায়। এওঁলোকৰ পক্ষে ব্যৱসায় চলোৱাতো পানীত হাঁহ চৰাৰ নিচিনাহে। ভাল ধৰণৰ শিক্ষা আৰু যৎকিঞ্চিৎ অভিজ্ঞতা লাভ কৰিলে ডাঙৰ ডাঙৰ ব্যৱসায় চলাবলৈ সকলো ডেকাই সমৰ্থ হব।

শিক্ষাৰ লগতে ব্যৱসায়ত সাধাৰণ জ্ঞানৰ প্ৰভাৱ যথেষ্ট। অসমীয়া ডেকাৰ সাধাৰণ জ্ঞান নথকা নহয় আছে—কিন্তু কাৰ্য্যত খটুৱাব নোৱাৰিলে ই কোনো কামত নাহে। অৱশ্যে শিক্ষা আৰু অভিজ্ঞতায়ো আমাক যথেষ্ট সামগ্ৰী যোগায়। বহুতো শিক্ষিত লোকৰো হয়তো বাণিজ্যিক সাধাৰণ জ্ঞান নেথাকিব পাৰে। বুদ্ধি, ধৈৰ্য্য আৰু আত্মবিশ্বাস, মানুহৰ ভিতৰত ভাল বেয়া বিচাৰ কৰিব পৰা শক্তি, সুচিন্তিত বিচাৰ, আৱশ্যক অনুসৰি যোগান ধৰিব পৰা ক্ষমতা, উৎকৃষ্ট ধৰণৰ মতামত দিবলৈ সাহস, ক্ষমাশীল এইকেইটাই সাধাৰণ জ্ঞানৰ প্ৰধান আহিলা। অভিজ্ঞতাৰ দ্বাৰাহে এইবিলাক লাভ কৰিব পাৰি।

আমি নিজকে নিজে ডাঙৰ বুলি ভাবো আৰু ওপৰৱালাক সদায় হিংসাৰ চকুৰে চাওঁ। ভুলতহে

আমি তেওঁলোকৰ উচ্চতা স্বীকাৰ কৰো। ব্যৱসায়ত উন্নতি কৰিবলৈ হলে প্ৰতিদ্বন্দীও লাগিব। যাৰ প্ৰতিদ্বন্দী নাই—তেওঁ ব্যৱসায়ত উন্নতি কৰিব নোৱাৰে। নিন্দা আৰু বিৰোধিতা অতিক্ৰম কৰিহে নিজৰ আঁচনী কাৰ্য্যকৰী কৰিবলৈ সহজ হয়। ভুল মানুহৰ হয়—আমাৰো হব পাৰে। যেতিয়া আমাৰ ভুল হয় বা যেতিয়া আমি ভুল কৰো তেতিয়া আমাৰ ভুল শুধৰাই দিবলৈ মানুহ ওলাব লাগিব আমাক তেতিয়া আমাৰ ভুলৰ বাবে সমালোচনা কৰিব লাগিব—তেতিয়াহে আমাৰ ভুলৰ শুধৰণী হব আৰু আমি লাভৱান হম। আমাৰ উদ্দেশ্য সজ হলে ভয় কৰিবলৈ কোনো কাৰণ নেথাকে।

কলেজত আমি বাণিজ্যিক শিক্ষা লাভ কৰিছো আৰু হয়তো কেইখন মান কিতাপৰ দৰ্কাৰী কেই শাৰীমান মুখস্থ কৰিয়েই বিশ্ববিদ্যালয়ত উপাধি লাভ কৰি আমি গৰ্ব্ব অনুভৱ কৰিছো। লগতে হয়তো ভাবিছো যে আমি সকলো জানো আমি ডাঙৰ—গতিকে সহজেই হৈ পৰো আমি একোটা গল্পাটোপ। বহুতে কয় কলেজৰ শিক্ষাই আমাক ব্যৱসায়ত যথেষ্ট সহায় কৰে—কিন্তু ই উন্নতিৰ মাপকাঠি নহয়। সৰহভাগ উচ্চশিক্ষিত ব্যৱসায়ী লোকৰে বেপাৰ দেউলিয়া হয় কিন্তু আঙুলিৰ মুৰত হিচাব কৰা লোকেই বেপাৰত দোপত দোপে উন্নতি কৰাৰ উদাহৰণ আমাৰ দেশত বিৰল নহব। সেই কাৰণেই আমি সদায় সাৱধান হব লাগিব যাতে প্ৰকৃত শিক্ষা লাভ কৰিব পাৰো। যিটো বিষয় আমি শিকো, তাক কামত খটুৱাব নোৱাৰিলে একেবাৰে অদৰ্কাৰী হৈ পৰে। গতিকে আমি সদায় চাব লাগিব—যি খিনি আমি শিকো তাক কামত লগাই নিজৰ আৰু লগতে দেশৰ কেনেকৈ উন্নতি কৰিব পাৰি।

ব্যৱসায় ক্ষেত্ৰত সাধুতাৰ বৰ প্ৰয়োজন। দৈনন্দিন জীৱনৰ প্ৰতিটো খোজতে পোনপটীয়া আৰু সৰল নিয়ম বিলাকে যথেষ্ট সহায় কৰে। সাধুতাই ব্যৱসায়ক দীৰ্ঘজীৱী আৰু জনপ্ৰিয় কৰে। আজিৰ জগতত সাধুতাৰ যোগেদিয়েই বহুতো ব্যৱসায়ীয়ে দোপত দোপে উন্নতি কৰিছে—আঙুলি মুৰত লেখিব পৰা নামমাত্ৰ কেইজনমান ব্যৱসায়ীৰ বাহিৰে। অসাধুতাই ব্যৱসায়ৰ উন্নতি পথত সহায় কৰক চাবি অৱনতিৰ কাললৈহে টানি নিয়ে। কিয়নো চৰিত্ৰ আৰু খ্যাতি হেৰাই গলে সম্পত্তি আৰু টকাই ইয়াক ঘুৰাই আনিব নোৱাৰে। অৱশ্য কিছুমান ব্যৱসায়ী আছে তেওঁলোকে অসাধু উপায় অৱলম্বন কৰিয়েই যথেষ্ট টকা কৰিছে। কিন্তু তেওঁলোকে ভদ্ৰসমাজত মান অতি কমেইহে পায়। তেওঁলোকে অসৎ উপায়েৰে উপাৰ্জ্জন কৰা মুনাফা জীৱনত ভালদৰে উপভোগ কৰিবলৈ নেপায়। এবাৰ যদি কোনো ব্যৱসায়ীয়ে অসৎ উপায় অৱলম্বন কৰি ধনী হবলৈ চেষ্টা কৰে তেওঁৰ ব্যৱসায়ৰ অধঃপতনৰ দুৱাৰ মুকলি হয়। এবাৰ বেয়া নাম অৰ্জ্জন কৰিলে আজি কালিৰ প্ৰতিযোগীতাৰ দিনত পিচত উন্নতি কৰিবলৈ সহজ নহয়। ব্যৱসায়ী সকলে সাধুতা আৰু সুখ্যাতিৰ যোগেদি গোটেই জগতত প্ৰভাৱ বিস্তাৰ কৰিব পাৰে। বৃটিছ ব্যৱসায়ীসকলে গোটেই জগততে সুখ্যাতি অৰ্জ্জন কৰি আজিও বৈদেশিক বাণিজ্য ক্ষেত্ৰত প্ৰথম স্থান অধিকাৰ কৰি আছে। আমাৰ অসমত বহুতো চালুকীয়া শিল্প প্ৰতিষ্ঠান আছে। এই বোৰ উন্নতি কৰি আমিও আমাৰ সুনাম আৰু সুখ্যাতি অৰ্জ্জন কৰিব লাগিব। ব্যৱসায়ত উন্নতি কৰা আৰু ধনীহোৱা মানুহেও যে মিছা কথা নকয় এনে নহয়, কিন্তু সহজ উপায় অৱলম্বন কৰিলে যিমান সুবিধা–সেই সুবিধা অন্য উপায়েৰে পোৱা সম্ভৱপৰ নহয়।

বিশ্বাসেই ব্যৱসায়ৰ মূল মন্ত্ৰ। একোখন প্ৰতিজ্ঞা-পত্ৰ বা বিনিময়পত্ৰ এজন ব্যৱসায়ীৰ হাতৰ পৰা আন বহুতৰো হাতলৈ যায়। এই পত্ৰ বিলাক প্ৰতিজ্ঞাৰ বাহিৰে একো নহয়। প্ৰতিজ্ঞাকাৰী যদি নাম জ্বলা হয় একোখন প্ৰতিজ্ঞা পত্ৰই টকাৰ দৰে টকাৰ কাম কৰে, অৰ্থাৎ ব্যৱসায়ী সকলৰ বস্তু বেচা কিনাত সহায় কৰে। প্ৰতিজ্ঞা হেৰুৱালে সামাজিক আৰু বাণিজ্যিক মুনাফা হেৰুৱাব লগীয়া হয়। ব্যৱসায়ী লোকৰ প্ৰতিজ্ঞা সোণতকৈও মূল্যবান। আমাৰ অসমীয়া ডেকা সকলে বাণিজ্য বিষয়ৰ শিক্ষা লাভ কৰিবলৈ আৰম্ভ কৰাৰ পৰাই এইটো চাব লাগে যাতে তেওঁলোকে যি প্ৰতিজ্ঞা কৰে তাক যাতে ৰাখে। সময়ত প্ৰতিজ্ঞা ৰাখিব নোৱাৰিলে প্ৰতিজ্ঞা কৰাৰ কোনো অৰ্থ নেথাকে। প্ৰতিজ্ঞা ভাঙিলে বৰ বেয়া নাম হয় আৰু বন্ধুবান্ধৱে

লগ এৰা দিয়ে ফলত সকলোৰে আস্থা হেৰাই যায়। যি ব্যৱসায়ীলোকে প্ৰতিজ্ঞা পিচমুহূৰ্ত্তত পাহৰি যায়— আৰু প্ৰতিজ্ঞা নেৰাখে তেওঁ অলপ সময়ৰ ভিতৰতে দেউলিয়া হোৱাৰ সম্ভৱনা। আমাৰ বাণিজ্য শিক্ষা গ্ৰহণ কৰা ডেকা সকলে এই অভ্যাসটো এৰিব লাগে কিয়নো ই ব্যৱসায়ক্ষেত্ৰত অতি বিপদজনক।

বাণিজ্যত উন্নতি কৰি দেশৰ সমৃদ্ধি বঢ়াবলৈ হলে লাগিব যথেষ্ট শিক্ষা। ভাল শিক্ষা লৈ ব্যৱসায়ত উন্নতি কৰিবলৈ সহজ হয়। আজি কালিৰ প্ৰতিযোগীতাৰ দিনত নিজে উপযুক্ত নহলে ব্যৱসায়ত উন্নতি কৰাটো টান। বাণিজ্য আৰু শিল্পই আজিৰ জগতত লোপত লোপে উন্নতি কৰিব ধৰিছে। গতিকে সুপৰিকল্পিত বাণিজ্যিক শিক্ষাৰ প্ৰয়োজন অতি বেছি হৈ আহিছে। আজি কালি বিশ্ববিদ্যালয় বিলাকে কলেজত বাণিজ্য শাখা খুলি বাণিজ্যৰ শিক্ষা দিছে — উপাধিও দিছে। কিন্তু এই শিক্ষাত আমি কাৰ্য্যকৰী শিক্ষা যথেষ্ট নেপাওঁ। প্ৰকৃত অভিজ্ঞতা লাভ কৰিবলৈও কোনো সুবিধা নাই। আজিকালি বাতি বাণিজ্যশিক্ষাৰ সুবিধা দিছে যদিও তাৰপৰা আমাৰ প্ৰকৃত ক্ষেত্ৰত কিমান সুবিধা হৈছে তাক ভালদৰে নেজানো। দিনৰ দিনটো অফিচত কাম কৰি বাতি ডাঙৰ ডাঙৰ কিতাপ পঢ়িছো কিতাপৰ বিদ্যা যথেষ্ট শিকিছো — আৰু বিশ্ববিদ্যালয়ৰ পৰীক্ষা ভালদৰে 'পাছ' কৰি ডিগ্ৰীও পাইছো — কিন্তু কাৰ্য্য ক্ষেত্ৰত নামিলে আমি কিমান উন্নতি কৰিব পাৰিম— তাক নেজানো। কিতাপৰ বিদ্যাৰ লগতে যদি আমি কাৰ্য্যকৰী শিক্ষাও পাওঁ, আমি বাণিজ্যক্ষেত্ৰত অসমক যে আগুৱাই লৈ যাব পাৰিম — ই ঠিক।

এজন ডেকাই বাণিজ্যবিষয়ত ডিগ্ৰীটো লাভ কৰিয়েই সকলো হৈ গ'ল বুলি ভাবিব নেলাগে। তেওঁ যদিও ডিগ্ৰীটো লাভ কৰি এজন শিক্ষিত লোক বুলি পৰিগণিত হয় — তেওঁ শিক্ষা সমাপ্ত হৈছে বুলি ভাবিব নেলাগিব। ভাল বুদ্ধি কামত খটুৱাটোৱেই আজিৰ জগতত অতি আৱশ্যকীয় গুণ হৈ পৰিছে। জগতখন বাণিজ্যক্ষেত্ৰত দিনে দিনে ইমান আগবাঢ়ি আহিব লাগিছে যে নতুনকৈ বাণিজ্যশিক্ষা লাভ কৰি ব্যৱসায়ত নামিব খোজা ডেকা সকলৰ কাৰণে যথেষ্ট সুবিধা ওলাব লাগিছে। কাঁইটেৰে ভৰা বাণিজ্য জগতখনেই হৈছে এটা ডাঙৰ পঢ়াশালী —। ইয়াত ভৰি দিয়াৰ লগে লগেই শিক্ষাৰ আৰম্ভনি হয় — কিন্তু জীৱনৰ শেষ মুহূৰ্ত্তলৈকে শিক্ষাৰ অন্ত নপৰে।

অলপীয়া শিক্ষা লাভ কৰি বা একেবাৰে শিক্ষা লাভ নকৰাকৈয়ো বহুতো মানুহে ব্যৱসায়ত ভাবিব নোৱাৰা উন্নতি কৰিছে। আমাৰ বাণিজ্য শিক্ষাৰ্থী সকলে দুটা কথালৈ মন কৰিব লাগে — (১) ব্যৱসায় কৰিব খোজা সকলো মানুহেই একে ধৰণৰ স্বাভাৱিক বুদ্ধি বৃত্তি প্ৰাকৃতিক সম্ভোগ লৈ অহা নাই আৰু (২) আগতে ব্যৱসায় কৰিবলৈ যিমানসুবিধা আছিল— সেই সুবিধা আজি আমি নেপাওঁ। আমাৰ ওচৰে পাঁজৰে থকা দেশবিলাক ব্যৱসায়ক্ষেত্ৰত কিদৰে আগবাঢ়ি আহিছে — খোজত খোজ মিলাই আগবাঢ়ি যাবলৈ আমাকো লাগিব আৱশ্যকীয় সামগ্ৰীবোৰ। ডাঙৰ ডাঙৰ সদাগৰৰ লৰায়ো, নিজৰ অপাৰদৰ্শিতাৰ গুণত, বাপেকৰ মৃত্যুৰ পিচত মাত্ৰ কেইবছৰমানৰ ভিতৰতেই, ব্যৱসায় ৰাখি থাব নোৱাৰি পথৰ ভিক্ষাৰীৰ নিচিনা হোৱাৰ উদাহৰণ আমাৰ দেশত বিৰল নহয়। বাপেকৰ গাত যিটো গুণ আছিল ব্যৱসায়ত উন্নতি কৰিবলৈ — পুতেকৰ গাত সেই গুণৰ অভাৱ কাৰণেই এনে হয়। ইয়াৰ সমাধান হিচাবে — ব্যৱসায়ীসকলৰ লৰালীয়া ধৰণৰ লৰাবোৰক ভাল শিক্ষা দিলে, শিক্ষিত আৰু পাৰ্গত কৰ্ম্মচাৰীৰ সহায়ত বাপেকৰ ব্যৱসায় সুদক্ষতা আৰু কৃতকাৰ্য্যতাৰে চলাই যাব পাৰিব।

সকলো শিক্ষাৰে লক্ষ্য হৈছে — প্ৰকৃত জ্ঞান লাভ কৰি নিপুণ হোৱা। পাঠ্য পুথি আৰু আন আন আৱশ্যকীয় কিতাপ বিলাক নপঢ়াকৈয়ে মাত্ৰ কেইটামান বছা বছা প্ৰশ্নৰ উত্তৰ মুখস্থ কৰি পৰীক্ষাত "পাছ" কৰাটোকেই শিক্ষা লাভ কৰা নুবুজায়। দুৰ্ভাগ্যবশতঃ, আমাৰ দেশৰ ছাত্ৰসকলৰ ধাউতি মুখস্থ বিদ্যালৈহে। যিবিলাক লিখকে এনেধৰণৰ চমু উপায় উলিয়াইছে তেওঁলোকে শিক্ষাৰ্থী সকলৰেই অনিষ্ট কৰি এৰা নাই— গোটেই দেশৰ শিল্প আৰু বাণিজ্যক্ষেত্ৰতো পূৰাব নোৱাৰা ক্ষতি কৰিছে। আমাৰ তথাকথিত "শিক্ষিত সমাজৰ" ভিতৰত কিয় বহুতো মানুহ জীৱনত অকৃতকাৰ্য্য হয়? — উত্তৰ বিচাৰিলে পোৱা যাব যে তেওঁ লোকে নামমাত্ৰ কেইটামান বছা বছা প্ৰশ্নৰ উত্তৰ

মুখস্থ কৰিয়েই পৰীক্ষাৰ কাৰণে সাজু হয় — কিন্তু তেওঁলোকৰ কোনো বিষয়তো বিশেষ ভাল জ্ঞান নাই আৰু নেজানে। তেওঁলোকে পৰীক্ষকক ভুৱা দিয়ে যে তেওঁলোকে সকলো জানে। এনেধৰণৰ লোক নিজেই নিজৰ শত্ৰু। নিজে যি তেওঁলোকে জীৱনত উন্নতি কৰিব নোৱাৰেই আনকো ধ্বংসৰ পথলৈহে ঠেলি দিয়ে।

আৰু এটা প্ৰধান গুণ হৈছে — বন্ধুত্ব স্থাপন কৰাটো। ব্যৱসায়ী সকল মিঠামুখীয়া হব লাগে। আনে বেয়া পোৱাকৈ কোনো কথা কাকো কব নেলাগে, সদায় সকলোৰে লগত মিঠামাতেৰে কথা পাতিব লাগে। তেতিয়া সৰহ মানুহৰ লগত বন্ধুত্ব স্থাপন কৰিব পাৰি বন্ধুত্বৰ দ্বাৰাই ব্যৱসায়ত উন্নতি লাভ কৰিবলৈ সহজ হয়।

আমাৰ অসমীয়া ডেকাসকল বাণিজ্য শিক্ষা লাভ কৰিবলৈ এতিয়া আগবাঢ়ি আহিছে। তেওঁলোকে বাণিজ্য বিষয়ত প্ৰকৃতজ্ঞান আহৰণ কৰি যাতে দেশৰ সমৃদ্ধি বঢ়াব পাৰে তাৰ কাৰণে লক্ষ্য ৰাখিব লাগে।

———



ভাৰতে বিভিন্ন উন্নয়নৰ পথত আগ বাঢ়িছে—তাৰেই আন এটি নিদৰ্শন স্বৰূপে দামোদৰ ভেলি প্ৰজেক্ট নিৰ্মাণ কৰা দেখা গৈছে।

ফটো —আক্ৰাম।

# পখিলাৰ-পাখি

—আক্ৰাম—

"Ring out the old, ring in the new,
Ring happy bells, accross the snow :"

টেনিছনৰ উপৰুক্ত উপদেশৰ নিগুঢ় মৰ্ম্ম ভালকৈ উপলব্ধি কৰিলে বুজা যায় যে নতুনত্বক আহ্বান জনাব নোৱাৰাটো দোষণীয়। উপদেশ বিলাক যিমানেই উপলব্ধি নকৰো লাগিলে মইনো কেনেকৈ বাক মোৰ সাতান-পুৰুষীয়া বিধি-নিয়ম মোৰ এৰি দি নতুনত্বৰ লগত খোজ মিলাওঁ—সিহঁত অবুজন, হয়তো সিহঁতে নাজানে যে 'Things are not what they seem' যাহওঁক সেইবিলাক উত্থাপন কৰি লাভ নাছিল, কোনো ক্ষতিওঁ হোৱা নাছিল বাবে হয়তো সিহঁতে শুনি ভাল পাইছিল — এবা ভাল পাবৰে কথা, সিহঁতে ভুল কৰা নাছিলতো ?

*　　*　　*　　*　　*

পানীত নেনামিলে দ'নে বাম বুজা নেযায়। অৱশ্যে টেনজিঙে হিমালয় বগোৱাৰ পূৰ্ব্বেই বুজি পাইছিল ইয়াৰ উচ্চতা। মোৰ হেনো যথেষ্ট জ্ঞান আৰু ক্ষমতা আছে — মই হেনো জীৱনত বহুত কৰিব পাৰিম। বুজিবলৈ চেষ্টা নকৰা কথাবিলাক এনেয়ে বুজি পোৱাত অৱশ্যে গৌৰৱ আছে—সুখ নাই। তথাপি জীৱনত বিশেষ একো কৰিব নোৱাৰিলেও, চেষ্টা কৰি চাবলৈ কিন্তু প্ৰবল ইচ্ছা হয় দেই। "Progress is the law of life, man is not man as yet" ব্ৰাউনিঙৰ এইশাৰী বাক্যৰ মৰ্ম্ম হয়তো সকলোৱে প্ৰকৃত জীৱনত উপলব্ধি কৰিব নোৱাৰিলেও মানি লবলৈ বাধ্য হৈছিল।

*　　*　　*　　*　　*

পুৱাই উঠি সিদিনা "লাল বাগলৈ" যোৱাৰ কথা, মই তেতিয়া বাঙ্গালোৰত — সময় ঠিক ৮-৪৫। এনে সময়তে আমি থকা বাসস্থানত এজন অচিন যুৱকৰ আবিৰ্ভাব হয়। যুৱকে আমাক হেনো আগদিনা "হিন্দুস্থান এয়াৰ ক্ৰাফ্‌ট ইণ্ডাষ্ট্ৰীজত" দেখা পাইছিল—আমাৰ লগৰ এজনক সুধি জানিব পাৰিলে যে আমি অসমৰ পৰা আহিছো। সেয়েহে যুৱকে পুৱাই আমাৰ ওচৰলৈ আহিছে। যুৱকৰ পৰিচয় সোধাত তেওঁক অলপ ইতস্ততঃ বোধ কৰা দেখা গৈছিল। তথাপি আমাৰ কৌতুহল পূৰ্ণ দৃষ্টিলৈ লক্ষ্য ৰাখি যেতিয়া তেওঁ অসমীয়া বুলি পৰিচয় দিলে — আমি আচৰিত নহৈ নোৱাৰিলো, কাৰণ তেওঁৰ বৰ্ত্তমান পৰিস্থিতিত অসমীয়াৰ প্ৰকৃত ৰূপটো কেতিয়াবাই যেন লোপ পাই গৈছে। তেওঁৰ ঘৰ আছিল নগাৱঁৰ পুৰণি গুদামত। জীৱনৰ ঘাত প্ৰতিঘাত বিলাকত তিষ্ঠিব নোৱাৰি দাক্ষিণাত্যৰ বিখ্যাত "হিন্দুস্থান এয়াৰ ক্ৰাফ্‌ট ইণ্ডাষ্ট্ৰীজ"ৰ এটা বিৰাট কাৰখানাত এটি সাধাৰণ জীৱিকা লৈ জীয়াই থকাৰ একমাত্ৰ কৰ্ত্তব্য পালন কৰিছে। তেওঁৰ এনে অৱস্থাৰ কাৰণ সোধাত মাত্ৰ ইমানকে কলে যে 'নিজৰ আত্মীয় কুটুম্বৰ ওচৰত বিফলতাক আঁকোৱালি লৈ থকাতো কোনো জ্ঞান সম্পন্ন ব্যক্তিবিশেষে সহ্য কৰিব নোৱাৰে'। অৱশ্যে কথাটো একেবাৰে দলিয়াই পেলাব লগীয়াও নহয়। বৰ্ত্তমান আত্ম সন্মাৰ প্ৰধান কাৰণ বিলাকৰ ভিতৰত ইও যেন এটা বোধ হয়। এবা সেয়েহে সিদিনাখন আমাৰ গুৱাহাটী চহৰত এগৰাকী যুৱতীয়ে ভৰা ব্ৰহ্মপুত্ৰৰ বুকুত নিজকে মেলি দি ধন্য উপভোগ কৰিলে। এইসূত্ৰতে আমাৰ দৰদী কবি এগৰাকী নোলাবনে ?......তেওঁকে উদ্দেশ্য কৰি নতুন এটি Bridge of sighs ৰচনা কৰিবলৈ ?

*　　*　　*　　*　　*

ইভাই হেনো আজিকালি গান নাগায়, শুনেহে। "মই কিন্তু শুনাতকৈ নিজে গাইহে বেছি আনন্দ পাওঁ" —"বীণাৰ" মত। অৱশ্যে তাৎপৰ্য্য দুয়োটাতে সমান। গান গাব পৰাটোত যিমান গৌৰৱ আছে— গান শুনাতো

সিমান আনন্দ আছে। 'আৰিকে' শ্বিলং গুৱাহাটী ৰেডিঅ' 'চেন্টাৰৰ' পৰা 'বীণাৰ' গান শুনি তন্ময় হৈ পৰিছিল—এনেতে মই পালোগৈ।—আৰিফৰ লগত গান শুনোতে কিমান সময় গ'ল ক'ব নোৱাৰো—বহুত দিনৰ পাছৰ কথা — 'বীণাৰো' হেনো আজিকালি গান নাগায়—শুনেছে। আৰিফৰ ৰেডিঅ'টো আজি বহুত দিন কাৰো হাতৰ স্পৰ্শ নোপোৱাকৈয়ে এডোখৰ ঠাইতে পৰি আছে। আৰিফলৈ কিন্তু সহানুভূতি উপজে··· ৰেডিঅ'ৰ হলে দোষ নেদেখো।

সময় পুৰা ৯ – ৩০। যোৰহাট নগৰৰ প্ৰধান আলিবোৰত বং-বিৰং ব্লাউজৰ সমদল যাত্ৰা। পথিলা যেন টৌ সমুদায় চহৰৰ ছোৱালী জাক-পাতি যাব লাগিছে পঢ়া শালীলৈ (অৱশ্যে হাই স্কুলহে) বাটত আন আন মানুহৰো অহা যোৱা অবিৰাম গতিত। ছোৱালীবিলাকৰ মাজত ইজনীয়ে সিজনীতকৈ 'এক্সিবিট' কৰাৰ এটা প্ৰচেষ্টা দেখা যায়, তেওঁলোকৰ যোৱাৰ গতিলৈ চাই যেন কোনোবা স্বয়ম্বৰতহে অংশ গ্ৰহণ কৰিবলৈ গৈছে এনেহে অনুমান হয়। আনহাতেদি আকৌ বাটৰ কাষৰ পান-দোকান আৰু হোটেল বিলাকৰ ওচৰত জুম বান্ধি আছে বৈ কিছুমান ডেকা লৰা — যেন কিহবাৰ আশাত। এনে চিত্ৰ-বিচিত্ৰৰ সমাবেশ এজন অচিনাকিৰ চকুত হয়তো এক প্ৰদৰ্শনীৰ যেনেই লাগিব। পিছে হানি নো কি? এইদৰেই যদি ডেকা গাভৰুৰ চাৰিচকুৰ মিলনৰ জৰিয়তে অলপ 'ৰোমাঞ্চ' উপভোগ কৰিব পৰা যায়। ভল চকুৰাৰ মানত এইবোৰ হব নোৱাৰিছে অশোভনীয়। কাৰণ, তেওঁতো নাজানে ৰোমাঞ্চ কি বস্তু।

---



ভাৰতৰ বিভিন্ন স্থান পৰিভ্ৰমণ কৰি আহি আমাৰ ভ্ৰেবিয়ান সকল আন এখনি প্ৰধান নগৰত উপনীত হোৱা দেখা গৈছে।

ফটো —চেইনৰূপ।

# সমাজ আৰু ব্যক্তি স্বাধীনতা

অধ্যাপক—শ্ৰীমহেন্দ্ৰ ভট্টাচাৰ্য্য

মানৱ জাতিৰ ক্ৰমবিকাশৰ ইতিহাস আলোচনা কৰি চালে দেখিবলৈ পাওঁ নিৰ্ভুল আৰু সত্য নীতিৰ ওপৰত প্ৰতিষ্ঠা কৰি নতুন আহিত সমাজ গঢ়ি তোলাৰ চেষ্টা মানুহৰ আজিৰ যুগতো দ্ৰুত গতিৰে চলি আছে, এই চেষ্টাৰ বিৰাম নাই। প্ৰগতিৰ পথত মূল নীতি মানি চলিও নতুন ভাব সমাজে নিজৰ ভিতৰত সুমাই লৈছো নিজৰ কৰি লয়। মানুহৰ মইমতীয়া স্বভাবে কেতিয়াবা সমাজৰ মূল নীতি বিলাকক সন্দেহ কৰি সম্মুখে উভালি পেলাবলৈ বিচাৰে। আজিৰ যুগতো সমাজৰ ভিতৰত এনেবিধৰ বিচাৰ চলি আছে। আৰু তাৰ ফলত সমাজৰ আত্ম বিকাশৰ ধাৰাবাহিক প্ৰচেষ্টা চলি থকা আমি দেখিবলৈ পাওঁ।

আজিৰ সমাজ ক্ৰমবিবৰ্ত্তনৰ ভিতৰেদি প্ৰতিষ্ঠা হৈছে। আজি যুগৰ সমাজ তান্ত্ৰিক ৰাষ্ট্ৰৰ মূলতে আছে ব্যক্তি স্বাধীনতাৰ কথা। কেপিষ্ট ৰাষ্ট্ৰই হওক বা কমিউনিষ্ট ৰাষ্ট্ৰই হওঁক অথবা ভাৰতৰ পৰিকল্পিত সমাজতান্ত্ৰিক্ ৰাষ্ট্ৰই হওঁক মনীষী সকলৰ বিচাৰত প্ৰথমেই প্ৰধানকৈ ঠাই পাইছিল ব্যক্তিৰ স্বাধীনতাৰ কথা। পাশ্চাত্য জাতিৰ পুৰণি ইতিহাসৰ দুটি কথা আমাৰ চকুত পৰে। প্ৰথমটো হ'ল গণতন্ত্ৰৰ ধাৰণা। যি কোনো মানুহেই সমাজৰ অঙ্গহিচাবে তেওঁৰ জীৱনত সম্ভৱপৰ সম্পূৰ্ণ উন্নতি আৰু আনন্দ লাভ কৰিবলৈ স্বত্ব আছে। সমাজৰ ভিতৰৰ এক শ্ৰেণীৰ মানুহৰ সকলো প্ৰকাৰৰ উন্নতি হোৱা অথবা সমাজিক সুবিধা পোৱা আৰু আন শ্ৰেণীৰ কেৱল পৰিশ্ৰম কৰি জীৱন অতিবাহিত কৰা গণতান্ত্ৰিক ৰাষ্ট্ৰৰ বিৰোধী কথা। বৰ্ত্তমান যুগত সকলো সমাজ তান্ত্ৰিক ৰাষ্টই এই কথাষাৰ স্বীকাৰ কৰিবলৈ বাধ্য হৈছে যে সমাজৰ সৰ্ব্বাঙ্গীণ উন্নতি হবলৈ হলে প্ৰত্যেক ব্যক্তিৰ উন্নতিৰ সম্পদ হব লাগিব। এইটোৱেই জগতৰ সমাজ তান্ত্ৰিক ভাবৰ মূল তত্ত্ব। কিন্তু ইয়াৰ বাহিৰেও আন এটি গভীৰ সত্য ব্যক্তিৰ স্বাধীনতা মাজত লুকাই আছে। এজন ব্যক্তি সমাজৰ কেৱল অঙ্গই নহয় তেওঁৰ জীৱন জীয়াই থকা আৰু উন্নতিৰ দাবী তেওঁৰ সমাজিক জীৱনৰ কাৰ্য্য-কলাপৰ ওপৰতেই কেৱল নিৰ্ভৰ নকৰে। সমষ্টিবদ্ধ কিছুমান মানুহৰ ভিতৰত নাথোন এটা গোট নহয়। তেওঁৰ সামাজিক জীৱনৰ বাহিৰেও এটা স্বকীয়া অস্তিত্ব আছে। সামাজিক কৰ্ত্তব্য সাধন কৰাৰ বাহিৰেও তেওঁৰ স্বকীয়া ব্যক্তিত্বৰ বিকাশ কৰিব লাগিব। তেওঁ বিচাৰে স্বাধীনতা, তেওঁৰ—স্বাভাবিক ধৰ্ম্মৰ বিকাশ যিবিলাক কথা তেওঁৰ জাগৰণৰ পুৰ্ব্বলৈকে সমাজে তল পেলাই থৈছিল। সমাজৰ অইন অইন লোকৰ লগত মিলি বা অইনৰ বিবেকৰ দ্বাৰা পৰিচালিত হৈ তেওঁৰ স্বকীয়া অস্তিত্ব হেৰুৱাব নোৱাৰে। পাশ্চাত্যৰ মনীষী সকলৰ মনত এইবিলাক ভাবৰ উদয় হৈছিল যদিও উপৰুক্ত দৃষ্টিৰে চাইছিল। প্ৰাচ্যৰ তথা ভাৰতৰ আধ্যাত্মিক তত্ত্ববিলাকৰ লগত এইবিলাকৰ সাদৃশ্য আছে। অৱশ্যে ফেচিষ্ট বা কমিউনিষ্ট ৰাষ্ট্ৰবিলাকত ব্যক্তিয়ে নিজা অস্তিত্ব হেৰুৱাই পেলাইছে। কিছুমান জাৰ্ম্মানী দাৰ্শনিকৰ মতে ব্যক্তিৰ স্বকীয়া অস্তিত্ব নাই, ই এটা ভুৱা মাথোন। স্বাধীনতা বুলিলে তেওঁবিলাকৰ দেশৰ বা জাতিৰ স্বাধীনতাকেহে বুজায়। ব্যক্তিৰ স্বাধীনতাৰ লগত আৰু এটি সত্য জড়িত আছে। তেওঁৰ স্বকীয়া অস্তিত্ব স্বীকাৰ কৰিলেও স্বতন্ত্ৰীয়াকৈ তেওঁৰ জীৱনৰ সম্পূৰ্ণতা লাভ কৰিব নোৱাৰে। সমাজৰ লগত তেওঁৰ জীৱন ওতঃপ্ৰোত ভাৱে জড়িত। সমাজেও নিজৰ উন্নতিৰ অৰ্থে ব্যক্তিকো হেঁচাদি তলপেলাই থবলৈ স্বত্ব নাই। স্বত্বৰ অৰ্থ জীৱনৰ ধৰ্ম্ম। সামাজিক অৰ্থনৈতিক অথবা ধৰ্ম্মগত স্বত্বৰ অৰ্থত গ্ৰহণ কৰা উচিত নহয়। ব্যক্তিৰ স্বত্বত যিমানে আঘাট কৰে সমাজে সিমানেই নিজৰ উন্নতি পথত বাধা জন্মায়। ভাৰতীয় দাৰ্শনিকৰ চিন্তাৰ ফলস্বৰূপে দুটি তত্ত্বৰ উদ্ভাবিত হৈছে — ব্যষ্টি আৰু সমষ্টি। একোটা তত্ত্বই সকলো ব্যক্তিত যেনেকৈ প্ৰকাশ পাইছে, সমষ্টিতো তেনেকৈ প্ৰকাশ পাইছে।

গতিকে ভাৰতীয় দাৰ্শনিকৰ মতে সকলোতে সমজ্ঞান হলেহে মানুহৰ জীৱনৰ সম্পূৰ্ণতা লাভ কৰে। প্ৰত্যেক ব্যক্তিৰ যেনেকৈ অন্তৰ্নিহিত শক্তি বিলাকৰ যোগেদি জীৱনৰ সাৰ্থকতা লাভ কৰিব পাৰে সেইদৰে সমাজৰো আত্মবিকাশ হয়। কোনো ৰাষ্ট্ৰই বা আইন প্ৰণেতা অথবা সংস্কাৰকে এজন ব্যক্তিক নিখুত আহিত গঢ়ি তুলিব নোৱাৰে। কোনো ধৰ্ম্মোপদেষ্টাই তেওঁৰ মুক্তি আনি দিব নোৱাৰে, কোনো ধৰ্ম্মশাস্ত্ৰই তেওঁক কব নোৱাৰে যে এই পথেই তোমাৰ মুক্তিৰ পথ, অথবা এয়ে তোমাৰ জীৱনৰ শেষ পৰিসমাপ্তি। জীৱনৰ পথত তেওঁ অক্লান্তবীয়া যাত্ৰী। যুগ যুগ ধৰি বথৰ চকবিৰ দৰে জীৱনৰ পথত ঘুৰিবই লাগিব।

জীৱনৰ বিকাশ মানে আমি ব্যক্তিৰ অন্তৰ্নিহিত শক্তিৰ সম্পূৰ্ণ বিকাশ হোৱাকে বুজিব লাগিব। পৌৰাণিক ভাৰতৰ সমাজক চাৰিটা শ্ৰেণীত ভাগ কৰা হৈছিল— ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰ। অৰ্থাৎ আধ্যাত্মিক শক্তিযুক্ত ব্ৰাহ্মণশ্ৰেণী, শাৰীৰিক শক্তিশালী ক্ষত্ৰিয় শ্ৰেণী, অৰ্থবিদ বৈশ্য আৰু সেৱা পৰায়ণ শূদ্ৰ শ্ৰেণী। এই চাৰিশ্ৰেণী লৈয়ে সমাজ খন গঠিত হৈছিল। এনেধৰণৰ সমাজতো জীৱনৰ সম্পূৰ্ণ বিকাশৰ সম্ভৱপৰ নহয়। কাৰণ ভগৱানৰ প্ৰতিকৃতি মানুহৰ ভিতৰত অনেক গুণে নিহিত আছে। গতিকে ব্ৰাহ্মণ, ক্ষেত্ৰিয়, বৈশ্য বা শূদ্ৰ হলেই সকলো গুণৰ সম্পূৰ্ণ বিকাশ নহয়।

ৰাজনীতিৰ ক্ষেত্ৰত ব্যক্তি স্বাতন্ত্ৰ্য প্ৰধান সমাজত বহুত ত্ৰুটি আছে। কাৰণ এনে ব্যৱস্থাত গণতন্ত্ৰৰ নামত প্ৰভাৱশালী এটা শ্ৰেণীয়ে অজ্ঞ জনসাধাৰণৰ ওপৰত প্ৰাধান্য খটুৱাবলৈ যায়। স্বাতন্ত্ৰ্য আৰু সমতাৰ ভাবৰ এবাৰ জাগৰণ হলে নিষ্পিড়িত মানুহে নিজৰ স্বত্ব দাবী কৰিবলৈ অশেষ যত্ন কৰে। আৰু প্ৰকৃত গণতন্ত্ৰ স্থাপন কৰিবলৈ বিচাৰে। ফলস্বৰূপে শ্ৰেণীৰ ভিতৰত সংঘৰ্ষ হয়। ক্ৰমাৎ নানাবকমৰ প্ৰতীক চিহ্নিত পতাকাৰ তলত নানা আদৰ্শ যুদ্ধ হবলৈ ধৰে। অৱশেষত বলীয়ান জাতি জয়যুক্ত হয়। এনে ব্যৱস্থা কেতিয়াও যুক্তি সঙ্গত নহয়। কাৰণ ব্যক্তিয়ে যি আদৰ্শ লক্ষ্য কৰি যুদ্ধ কৰিছিল, সিও একেবাৰেই বিলুপ্ত হল। গণতন্ত্ৰৰ এনেবিলাক দোষ আঁতৰাবৰ প্ৰধান উপায় শিক্ষা। প্ৰকৃত শিক্ষাৰ গুণতেই ব্যক্তিয়ে জীৱনৰ ঘটনাবিলাক পৰ্য্যবেক্ষণ কৰি নিজৰ অভিমত স্থিৰ কৰিবলৈ সমৰ্থ হয়, চিন্তা শক্তি বৃদ্ধি হয়, নিজৰ কষ্টোপাৰ্জ্জিত জ্ঞান বুদ্ধি আৰু বিচাৰশক্তি সাধাৰণৰ সুখ সম্পদৰ হকে কাৰ্য্যত খটাবলৈ যত্নপৰ হয়। সুসভ্য গণতান্ত্ৰিক দেশৰ প্ৰত্যেক নাগৰিকৰে এনেবিলাক গুণ আৰু উন্নত চৰিত্ৰ থকাতো বাঞ্চনীয় আৰু আৱশ্যক। অতি উন্নত দেশতো এনেবিলাক গুণ অৰ্জ্জন কৰাৰ লগত শিক্ষাৰ সম্পৰ্ক নাই।

গণতন্ত্ৰৰ গুণতেই জাতিৰ কিছু উন্নতি হৈছে সঁচা, ই ব্যক্তিক উন্নতশিৰ, উদ্যমশীল আৰু প্ৰাণৱন্ত কৰি তুলিলে। কি নীতিনিয়ম তেওঁ মানি চলিব, কেনেকুৱা শাসন তেওঁ গ্ৰহণ কৰিব, এইবিলাক কথা বিচাৰ কৰিব পৰা হল, প্ৰায় সকলো বিষয়তে সকলোৱে সৈতে সমান সুবিধা পালে। কিন্তু এটা কথা তেওঁৰ, মনত বৰকৈ খেলাবলৈ ধৰিলে। এই সুবিধাবিলাক তেওঁ কি উদ্দেশ্যে বা কেনেকৈ ব্যৱহাৰ কৰিব। আত্মা সন্তুষ্টিৰ কাৰণে তিনিটা বস্তুৰ আকাংখা হয় — ক্ষমতা, উপাৰ্জ্জিত ক্ষমতাৰ উপযুক্ত ব্যৱহাৰ আৰু পুৰস্কাৰ আৰু ভোগলিপ্সা। আগৰ সমাজত তেওঁৰ বংশমৰ্য্যাদাৰ জৰিয়তে এইবিলাক চৰিতাৰ্থ কৰিব পাৰিলে হেতেন। আজিৰ যুগত ব্যক্তিয়ে এটি মাথোন উপায়ে অৰ্থাৎ অৰ্থৰ বলেৰে এই উদ্দেশ্য চৰিতাৰ্থ কৰিব পাৰে। গতিকে এখন সুশৃঙ্খলিত সমাজৰ পৰিবৰ্ত্তে কিছুমান ক্ষমতাপন্ন মানুহে শিল্প বাণিজ্য, ব্যৱসায় আদি কৰি জগতৰ সকলো বিষয় হাতৰ মুঠিলৈ আনি ললে।

এনে অৱস্থাত সমাজ আগবাঢ়ি আহিলে আৰু ব্যক্তিৰ স্বাধীনতাত হাত দিলে। সমাজৰ কাম্মৰ নিয়ন্ত্ৰণত ব্যক্তিৰ স্বাধীনতা বহুতভাগ বিসৰ্জ্জন দিব লগা হল। সমাজতন্ত্ৰই ব্যক্তিৰ স্বাতন্ত্ৰ্যৰ কথা নেভাবি, সামাজিক আৰু ৰাজনৈতিক সমতাৰ ভেটিৰ ওপৰত সমাজ গঢ়ি তুলিবলৈ চেষ্টা কৰিলে। কিন্তু সম্পত্তিৰ উত্তৰাধিকাৰী স্বত্ব থাকে মানে এনে সমতা হব নোৱাৰে বুলি ভাবি ইউৰূপীয় — কিছুমান মনিষীয়ে ব্যক্তিগত স্বত্ব স্বীকাৰ নকৰি সম্পত্তিৰ সমূহীয়া স্বত্ব স্বীকাৰ কৰিছে। ব্যক্তি স্বাতন্ত্ৰ্য প্ৰধান ৰাষ্ট্ৰত ব্যক্তি স্বাধীনতা ৰাষ্ট্ৰই সংৰক্ষিত কৰিছিল। কিন্তু সমাজ তান্ত্ৰিক ৰাষ্ট্ৰত সামাজিক আৰু ৰাজনৈতিক সমতা ৰাষ্ট্ৰৰ প্ৰবৰ্ত্তিত

কৰিছে আৰু তাক নিয়ন্ত্ৰিত কৰিছে। প্ৰকৃত পক্ষে এই সমতাৰ অভিলাস ব্যক্তি স্বাধীনতাৰ দৰে ব্যক্তি জাগৰণৰ পৰাই হৈছে।

সমাজতন্ত্ৰই নানা ইউৰোপীয় ৰাষ্ট্ৰত নানা ৰূপ ধাৰণ কৰিছে। সমাজতন্ত্ৰৰ ব্যাখ্যাও ইউৰোপীয় মনীষী সকলে নানা ৰকমে কৰিছে। ৰুচীয়াৰ ছুভিয়েট সমাজতন্ত্ৰত মাৰ্ক্সৰ মত বেদবাক্যত পৰিণত হৈছে। ফেচিষ্ট জাৰ্ম্মানী আৰু ইটালীত বাচিয়াৰ সমাজতন্ত্ৰবাদৰ সানসলনি হৈছিল যদিও ওবিকথাবিলাকৰ সাদৃশ্য আছে। সেই দেশতো জাতিৰ আত্মবিকাশৰ নামত সমূহীয়া জীৱন এজন অধিনায়কে নিয়ন্ত্ৰণ কৰিছিল। প্ৰকৃতপক্ষে সমাজতান্ত্ৰিক ৰাষ্ট্ৰ বুলিলে আমাৰ চকুত এনে এখন ৰাষ্ট্ৰ ভাহি উঠে য'ত সমূহীয়া জীৱন সকলো বিষয়তে শৃঙ্খলাবদ্ধ সুনিয়ন্ত্ৰিত, সমূহীয়া স্বাৰ্থ আৰু মঙ্গলৰ অৰ্থে সকলোৱে স্বইচ্ছাৰে ত্যাগ স্বীকাৰ দেখিবলৈ পাওঁ। ব্যক্তিৰ বা শ্ৰেণীৰ শোষণ একেবাৰেই য'ত লোপ পাইছে, অনৰ্থক অপব্যয় আৰু প্ৰতিদ্বন্দিতা নাই, পৰস্পৰ সহযোগিতা আৰু সহানুভূতিৰ ফলত সকলোৱে জীৱনত সুখ সম্পদ বাঢ়ি **জীৱনৰ** তৃপ্তি সাধন হৈছে।

স্বাধীন ভাৰততো গণতন্ত্ৰ সমাজতন্ত্ৰৰ সাঁচত গঢ়ি তুলিবলৈ প্ৰচেষ্টা চলিছে। সমাজতন্ত্ৰ এটা জীৱন্ত শক্তি। জাতিৰ ভিতৰত লুকাই থকা এই শক্তিয়ে ব্যক্তিৰ যোগেদিয়েই জাতীয় আহি গঢ়ি তোলে। পৃথিৱীৰ প্ৰায়বিলি ৰাষ্ট্ৰই আজিৰ যুগত সমাজতান্ত্ৰিক ভাবাপন্ন হৈ উঠিছে। কিন্তু অতি প্ৰাচীন কালৰে পৰা ভাৰতে ৰাষ্ট্ৰীয় আৰু সামাজিক জীৱনৰ এটা বৈশিষ্ট্য ৰক্ষা কৰি আহিছে; বৌদ্ধ যুগৰ পৰা চলি অহা পঞ্চায়ত শাসন তাৰে এটা প্ৰমাণ। ভাৰতৰ কৃষ্টি, সভ্যতা আৰু জাতীয় নাইবা সামাজিক জীৱন এটা স্বকীয়া সাঁচত গঢ়া। ই ভাৰতৰ স্বতন্ত্ৰ সাহোন স্বৰূপ। সমাজতন্ত্ৰ গঢ়ি তুলিবলৈ অৰ্থনীতিজ্ঞ সকলৰ মতে প্ৰধানকৈ তিনিটা কথাৰ আৱশ্যক—জনসমূহৰ সকলোৱে সমান সুবিধা, বস্তুৰ উৎপাদন আৰু তাৰ সমবিতৰণ। ৰাজনীতি দৰ্শনতো গণতন্ত্ৰৰ তিনিটা মূল সূত্ৰ স্বীকাৰ কৰি লৈছে—স্বাধীনতা, সমতা আৰু ভ্ৰাতৃত্ব। নাহিবা জাতিৰ সম্বন্ধত আজি যদিও ভাৰতে শক্তি লাভ কৰিছে, তথাপিতো বিজাতীয় ভাব বা আহি ভাৰতীয় ৰসেৰে পৰিপুষ্ট। ভাৰতে বিচাৰে নিজৰ শক্তি উদ্বোধন কৰি নিজৰ বলত বলীয়ান হ'বলৈ। ৰাজনৈতিক ক্ষমতা বিস্তাৰ নহয়। ভাৰতৰ আদৰ্শ পাশ্চাত্য আদৰ্শৰ পৰা সম্পূৰ্ণ পৃথক। কাৰণ পাৰ্থিৱ সম্পদৰ প্ৰাচুৰ্য্যতকৈ আত্ম বিকাশ বেছি মূল্যবান বুলি ভাৰতে বিবেচনা কৰে। বস্তুতান্ত্ৰিক আৰু প্ৰণালীবদ্ধ সংস্কৃতি ভাৰতৰ অভিপ্ৰেত নহয়। সমাজ ব্যৱস্থাৰ ফলত অধঃপতনৰ যুগত সমাজ বহুত তললৈ নামিছিল যদিও ভাৰতৰ দাৰ্শনিক দৃষ্টিভঙ্গী ব্যক্তিৰ বিকাশৰ ওপৰত বহুতো আৰোপ কৰিছিল। ভাৰতে যেতিয়া পাশ্চাত্যৰ ব্যক্তিৰ মৰ্য্যাদাৰ কথা ঘূৰাই শুনিবলৈ পালে তেতিয়াও সমস্বত্বৰ দাবী ভাৰতীয় দৃষ্টিভঙ্গীয়ে স্বীকাৰ কৰি লৈছে। উপনিষদৰ যুগৰ বাণী "সৰ্ব্বম্ ব্ৰহ্ম আত্মানং বিদ্ধি", ভাৰতে পুনৰ জগতৰ আগত দাঙি ধৰিছে। ভাৰতৰ পুৰণা স্মৃতিশাস্ত্ৰত এটা তত্বৰ উল্লেখ পাওঁ, সেয়ে হৈছে ধৰ্ম্ম। জাতীয় নাইবা আন্তৰ্জাতিক ক্ষেত্ৰতো ধৰ্ম্মৰ মানে নৈতিক ধৰ্ম্ম। এই ধৰ্ম্মতত্ত্ব কথামাৰে ৰাষ্ট্ৰৰ লগত ৰাষ্ট্ৰৰ বা জনসমূহৰ সম্বন্ধৰ ক্ষেত্ৰতো প্ৰভাৱ বিস্তাৰ কৰিছিল। বিচাৰ কৰি চালে এই তত্বটোৰ অৰ্থ ইয়াকে বুজাই যে, প্ৰত্যেক মানুহে সত্য আচৰণ কৰিব লাগে। যেহেতু সত্যৰ বাহিৰে আন ধৰ্ম্ম নাই। সত্য বা ধৰ্ম্ম ভগৱানৰ আদেশ। গতিকে ই অপৰিহাৰ্য্য। ভাৰতৰ তথা এচিয়াৰ কৃষ্টি আৰু সভ্যতা ধৰ্ম্ম বা নৈতিকতাৰ ভেটিত গঢ়ি উঠিছে। পাশ্চাত্য দেশৰ নিচিনাকৈ জীৱনৰ মূল্য, ক্ষমতা, পাৰ্থিৱ সুখ সম্পদ আৰু সুবিধাৰ ওপৰত নিৰ্ভৰ নকৰে। এনেধৰণৰ সমাজ পাশ্চাত্য দেশত হয়তো কল্পনাই কৰিব নোৱাৰি। কিন্তু ভাৰতত অনাদি কালৰে পৰা আজিৰ যুগলৈকে এনে সমাজ প্ৰবৰ্ত্তি আছে। পাশ্চাত্য মনীষী সকলৰ মতে আধুনিক ধৰ্ম্ম বিবৰ্জ্জিত নিৰানন্দ আত্মধ্বংসকাৰী পাশ্চাত্য সমাজতকৈ বহুত ওপৰত।

যদি মানৱতাৰ ভৱিষ্যত নৈতিকতাৰ অৱলম্বন কৰি গঢ়ি তুলিবলৈ খোজা হয়, তেন্তে ভাৰতীয় চিন্তা আৰু কৃষ্টিক সহানুভূতিৰ দৃষ্টিৰে চাই তাৰকৈ বুজিবলৈ চেষ্টা কৰিব লাগিব। জ্ঞান মাথোন শক্তি স্বৰূপে নহয়, ই শ্ৰেয়ঃ সাধনৰ উপায়ো। "আত্মানং বিদ্ধি" এই মহাবাণীয়ে কেৱল আত্মজ্ঞানকে নুবুজায়। ই মানুহক শিৱসুন্দৰ কৰি তুলে। ভাৰতৰ নতুন সমাজতন্ত্ৰ ভাৰতীয় প্ৰকৃতিৰ লগত খাপ খুৱাই গঢ়িব লাগিব। তেতিয়াহে ভাৰতে বিশ্বশান্তি আৰু সমন্বয়ৰ পথত আগবাঢ়ি যাব পাৰিব।

# পৰাজয়।

—কমলা বৰা—

দুপৰীয়া হালখন মেলি আহি প্ৰফুল্লই প্ৰফুল্লবদনে থকা নাছিল। আঁঠুদুটাৰ ওপৰত মূৰটো থৈ মনতে বহুতো কথা ভাবিছিল। দ্বিতীয় বিবাহ কৰি অন্য এজনী ঘৰ সোমোৱাৰ কথা সি ভবা নাছিল, মালতীৰ কথাকেই ভাবিছিল। দুদিনতে সি মালতীক পাহৰি যাব নোৱাৰে। পাহৰি যোৱা উচিতো নহয়। দোষটো মালতীৰ নহয়, তাৰেইহে দোষ।

ৰ'দত আহি অত্যন্ত পিয়াহ লাগিলেও তাৰ মাকক মাতিবৰ মাহ নহল। ভিতৰত মাকে ভাত ৰান্ধিছিল। মালতী থকা হলে ইমান পৰে কেতিয়াও সি পানীৰ আশাত বহি থাকিব নেলাগিল হেতেন। আজি পথাৰত পানী এটোপাও খাবলৈ নাপালে। জুইশলা টো নিবলৈ পাহৰাত চুৰট এটা খোৱাৰো আহুকাল হ'ল। আনদিনা হোৱা হলে মেলি উঠি অহাৰ লগে লগে কামৰন কৰি মালতীয়ে হাতত চাহ-জলপানৰ টোপোলাটো আৰু জুমুঠিটো লৈ অহা বেতিয়া পথাৰত দূৰৈৰ পৰাই দেখে প্ৰফুল্লৰ হাল খেদোৱাত খৰ হয়। জুমুঠিৰ ধোঁৱা বিনি পাচলৈ উৰুৱাই আহি আলিত মূৰত বহাৰ লগে লগে সিয়ো আহি ওচৰতে বহেহি। মালতীয়ে জলপানৰ বাটিটো, চাহটোপা আৰু বিৰিটো আগবঢ়াই দি থাকে।

তাৰ মনলৈ সেই বোৰ অহা নাছিল। সি কেৱল দুপৰীয়া আহিয়ে মালতীয়ে সশব্দে ইফালে সিফালে অহা যোৱা কৰা, "আবে ভাত বাঢ়িছে, গা ধুবগৈহে লাগে। বহি নাথাকিব বুলি কোৱা মানুহজনীৰ কথাকেই সি ভাবিছে। তাৰ কাণত যেন কিবা এটি শব্দ পৰাই নাই, কোনোবা সময়ে অহাযোৱা কৰা সি শুনা নাই। কেৱল বিৰাট শূন্যতা। তিনিটি প্ৰাণীৰে ঘৰখনত এটি নহলেনো শূন্য নালাগিব কিয়? নাঙলটো কান্ধৰ পৰা নমাওঁতে সেই শূন্যতা তাৰ চকুত পৰিল। চোতালখনো তেনেই অপৰিষ্কাৰ হৈ আছে। নাঙল থোৱা সিফালৰ জেওৰা খনো শূন্য হৈ আছে। তাত কাপোৰ মেখেলা এসাজো মেলি থোৱা নাই। অন্য দিনা জেওৰাখন এইদৰে উদং হৈ নাথাকে।

"এৰা, তাই নহলে ঘৰখন একেবাৰেই উদং"। সি কথাটো এইবাৰ ভালকৈয়ে উপলব্ধি কৰিলে।

গা-পা ধুই সি ভাতৰ পাতত বহিল। ওচৰত লোটাচৰিয়া নাই। মাকক মাতিলে — "বৌ লোটা দেখোন দিয়াই নাই?"

"বলি পানীয়ে নাই। ভৰালেহে হব। কিমান নো কাম কৰিবি? বাতি পুৱাৰে পৰা আজবি পোৱা নাই। ঘৰখনৰ ইমান কাম। এতিয়াও আৰু কিমান বাকী আছে। গোবৰ গোহালীতে আছে।"

মালতীৰ কথা ভাবি থাকি মাকে খং কৰে বুলিয়েই সি পানী পিয়াহ লাগিলতো নোখোৱাকৈয়ে থাকিল। এতিয়া লোটা খুজি আনিবা মুখখন মুকলি কৰিবহে দিলে। অতপৰে বান্ধখাই মুখৰ ভেঁটা ভাঙিল। কথাৰ মূলতে যে সিয়েই দায়ী, তাৰ দোষতেই এইবোৰ হৈছে সি বুজি পালে।

নবালবিকে ভাত-মুঠি খাই সি বাহিৰলৈ ওলাই যায়। অন্য দিনা হলে সি ভাত খাই উঠাৰ লগে লগে তামোলৰ বটাটো থাকিব, কেইখনমান কটা তামোলৰ সৈতে পায়। আৰু অলপ পাচতে চাদাৰ টেমাটো আধাপোৱা এডোখৰৰ সৈতে তাৰ ওচৰত থৈহে মালতীয়ে ভাত খাবলৈ সোমায়। আজি বটা সুদাহৈ পৰি আছে। শুকান তামোল দুখন সে এখন পৰি আছে। তাকে একন মুখত ভৰাই সি বাহিৰলৈ গৈয়ে আকৌ মালতীৰ অভাৱকেই অনুভব কৰিলে। সি গা-ধুই জেওৰাখনৰ দাঁতিত আনকালৰ দৰে মেলাই থোৱা চুৰিয়াখন তেতিয়াও তাতেই পৰি আছে। সি নিজে গৈয়ে চুৰিয়াখন মেলি দিয়ে।

তাৰ ঘৰত সোমাই থাকিবলৈ মুঠেই মন নগল। দুপৰীয়া গৰমো পৰিছে। শুবৰ মন গৈছিল যদিও মালতী নথকা ঘৰখন তাৰ কাৰণে বৰ সুদা হৈ আহিব লাগিছে। সি ইমান দিনে মালতীৰ

মূল্য বুজি পোৱা নাছিল। মালতীয়ে যে ঘৰখনৰ এটা বিৰাট অংশ পুৰাই আছিল। সি মালতীক বিয়া কৰোৱাৰ পৰাই মাকৰ মুখতো এনেকুৱা কথা শুনা নাছিল।

"অলপ মজা পাওক"—নিজৰ কথা বাদদি মাককো প্ৰথমে দোষী সাব্যস্ত কৰে। "তাইনো বাৰু কিমান গালি সহ্য কৰিব? অলপ ইফাল সিফাল হ'লেই পোনেই গালি। এতিয়া দুদিন নাইকিয়া হওঁতেই বকিবলৈ লাগিলেই।" আজি মালতীক অনাৰ পৰা মাকে দেখোন কেঁকাই তৰি নিদিয়াকৈ, বাহিৰনা নকৰাকৈ, পুখুৰীৰ পৰা পানী একলহ ননাকৈ ভাতমুঠি কেৱল ৰান্ধি হাতখন ধুই থাইছে। আগতে ঘৰখন এৰি ফুৰিবই নোৱাৰিছিল; এতিয়া দিনটো ঘৰত বিচাৰি পাবলৈ নাই। মানহী আহিলে চাহ তামোল দিয়া আদি একো চিন্তাকেই কৰিব নলগা হ'ল। পিচে মালতী দুদিন নাইকিয়া হ'লতে কানে জুমুৰি দি ধৰিলে।

সি নিজৰ কথাও ভাবি চালে। মাকৰ গাত দোষ থাকিলেও বহুতো সময়ত মাকে একেবাৰে নিজৰ জীয়েকৰ দৰে ব্যৱহাৰ কৰে। মিতিৰ কুটুম্বৰ ঘৰলৈ গ'লে নিজৰ ছোৱালীক লৈ যোৱাদি লৈ ফুৰে। অৱশ্যে বোৱাৰী যেতিয়া শিকাই বুজাই লওঁতে দুই এবাৰ ভালে বেয়াই কব লাগিব। আৰু সি নিজে? সিটো কোনো দিনেই মালতীক প্ৰাণ ভৰি মৰম কৰা বুলি ডাঠি কব নোৱাঁৰে। মালতীয়ে তাৰ প্ৰতিকথাতে কিমান যত্ন লয়। খোৱা-শোৱা সকলোতে তাই চকু দিবই। অথচ সি কোনো দিনে তাইৰ সুখ-দুখৰ প্ৰতি ভালকৈ চকু দিব পৰা নাই, নাইবা দিয়া নাই। তাৰ অসুখ আদি হ'লে তাইতো ওচৰৰ পৰা আঁতৰি নাযায়। কিন্তু তাইৰ অসুখ হ'লে সি খবৰ কৰিবলৈকে সময় নাপায়। তাই বহুত দিনৰ পৰাই পলাশবাৰীৰ বিহা মেখেলা এজোৰৰ কথা কৈ আছিল। সিটো আনি দিম বুলিয়েই কব নোৱাৰিলে। সিবাৰ গামোছা আৰু তাৰ পাচৰ বাৰ আশী সূতাৰ চাদৰ লগাওঁতে দুয়ো বাৰতে সময়ত সূতা আনি দিব নোৱাৰাত কিমান দিন শালতে আঁৰি থোৱা থাকিল। আঙঠি এটা লোৱাৰ কথাও কৈছিল। বিয়াৰ সময়ত মাকে লোকৰ ঘৰৰ আঙঠি, বিহা মেখেলা, খুৰীয়া আনিহে জোৰণত দিছিল। বিয়াৰ কেইদিন মানৰ পাছত খুজি নিওঁতে তাৰ জানো কম লাজ লাগিছিল? পিচে মাকৰে আগৰ খুৰীয়াজোৰ ভঙাই নতুন এজোৰ দুৰনীয়া মুখৰ কৰাই দিছিল। তাইক দেখোন সি মনৰ হেপাহৰে পিন্ধাবই নোৱাৰিলে। তথাপি তাই কোনো দিনেই আপত্তি কৰা নাছিল। নাইবা ওফোন্দ পাতি শুয়ো থকা নাছিল।



তেনেহলে মালতীক প্ৰফুল্লই মৰম কৰিব নোৱা-ৰিলে। অথচ সি নিজেই মালতীয়ে কিবা দোষ কৰিছে বুলি কব নোৱাৰে। তথাপিও দোষ নকৰা স্বত্বেও দোষ নথকাটো সি তাইক যোৱা প্ৰায় দুবছৰেই মাজে সময়ে বেয়া ব্যৱহাৰ কৰি আহিছে। অৱশ্যে ইচ্ছাকৃত বুলি পোনপটীয়াকৈ কব নোৱাৰি। তাৰ মূলতে হ'ল, তাৰ চাৰাপ খোৱা অভ্যাসটো। চাৰাপ মানে ভদ্ৰেশ্বৰ হঁতে ঘৰত কৰা মদ। আগতে সি মদ খোৱা কথা কবই নোৱাঁৰে। মালতীক বিয়া কৰোৱা বছৰেই কোনোবা এদিন বহাগৰ বিহুত ম'হৰ যুজ চাবলৈ যাওঁতে সি প্ৰথম মদ মুখত দিয়ে। তাৰ পাছৰ পৰাই কিয়জানো এতিয়া মদ নহ'লে তাৰ মনটো ভাল নালাগে। এতিয়া মদ খাবলৈ সি ভদ্ৰেশ্বৰ হঁতৰ ঘৰলৈ নাযায়। গাঁৱতে মদ খোৱা সঙ্গী কেইটামান পালে। অতদিনে মদ নোখোৱা কাৰণে এই কেইজন সঙ্গী তাৰ পৰা আঁতৰি আছিল। কিন্তু শেষত দলবদ্ধ হ'ল। ভদ্ৰেশ্বৰৰ ঘৰৰ পৰা সপ্তাহত সঙ্গীসকলৰ এজনে লৈ আহেগৈ। আৰু প্ৰথমতে গুপুতে যদিও শেষত প্ৰফুল্লই মদ খাই বাটত চিঞঁৰি মাতলামী কৰিবলৈ ধৰিলে। আৰু ঘৰত মালতীৰ ওপৰত অত্যাচাৰ চলিল।

মালতীয়ে অতদিন নিৰৱেই সহি থাকিল। প্ৰথমতে ভয় খাইছিল যদিও শেষলৈ ভয় একেবাৰে আঁতৰিছিল। প্ৰতি সপ্তাহতে মদ খাই অহা দিনা অথবা তাইৰ ওপৰত উৎপীড়ণ চলাটো অভ্যাসত পৰিণত হৈ পৰিছিল। মাক আৰু তাই কিমান চেষ্টা কৰিও এৰুৱাব নোৱাঁৰিলে প্ৰফুল্লই কিন্তু মদ খাই পিছদিনাহে কব পাৰে আগ দিনা কি ঘটনা হৈ গ'ল। কোনোবা এবাৰ মদ খাই মালতীক হাততে লাখুটিৰে মাৰ মাৰি দিছিল।

পিছদিনা যেতিয়া মালতী হাত উখহি কাম কৰিব নোৱাৰা হৈ আছিল, তাৰ তেতিয়াহে থাৰৈ খবৰ আহিছিল। আৰু সেই বাবেই সি মদ নেখাওঁ বুলি প্ৰতিজ্ঞা কৰিছিল। সঁচাকৈয়ে সি যোৱা তিনিটা মাহে মুঠেই মদ খোৱা নাছিল। তাৰ মনও ভাল নাছিল। মালতী আৰু তাৰ প্ৰথম সন্তান সোণটোৰ কথা ভাবিলেই তাৰ মনটো বেয়া লাগি যায়। চাৰিমহীয়া সোণটোৱে হাঁহিব খুজিছিল। কিন্তু স্পষ্ট হাঁহি আৰু নোলাল। কালে তাক লৈ গল। মালতীয়ে কম কান্দিছিল জানো? মাকেও কান্দিছিল। সিও লুকাই বেজাৰ নকৰা নহয়। নৈৰ কিনাৰৰ কালে তাৰ এতিয়াও যাবৰ মন নাযায়। সেই আঁহত জোপাৰ তলতে তাহাঁতৰ মৰমৰ সোণটো শুই আছে। কোনো কালেই সি আৰু সাৰ নাপায়।

পৰহি দিনা এনেয়ে ওলাই যাওঁতে আগৰ সঙ্গী এটাৰ ঘৰতে খাবলৈ পালে। মনৰ শোক পাতলিছিল যদিও সেইবোৰ পাহৰি থাকিবলৈ কে সি অলপ সৰহকৈ-য়ে খালে। আৰু তাৰ পিছত—তাৰ পিছত ঘৰলৈ আহি মালতীৰ ওপৰত অত্যাচাৰ। কিমান সহিব তাই। অন্তৰৰ 'সোণটোৰ' চিন্তাই আঁতৰা নাই। আকৌ প্ৰফুল্লৰ মাতলাগী। ওৰে ৰাতি তাই খুব কান্দিলে। ৰাতিপুৱা কামবন কৰি প্ৰফুল্লক চাহ-জলপান দি তাই প্ৰফুল্লৰ মাকক কৈ ঘৰলৈ গুচি গল। প্ৰফুল্লৰ মাকক কলে—"আই, মই ঘৰৰ পৰাই আহোঁ। কিমানদিন থাকো কব নোৱাঁৰো। বোৱা-তোলাটো হোৱাই নাই। পিচে তেখেতৰ মতি বেয়া যেন দেখিছো ইমান বিপদৰ পাচতো মদ খাবলৈ নেৰিল। মযো আঁতৰি যাওঁ। কিজানি মনৰ পৰিবৰ্ত্তন হয়েই। চিন্তা কৰিবলৈ নকৰ।"—শাহুৱেকে বাধা দিব নোৱাঁৰিলে। মাথোন কলে—'তাক কলি জানো?'

"কৈছো, পিচে গুচি যাম বুলিহে, পথাৰত কৈ আহিছো। একো নামাতিলে।"

"ভালেই কলি, তেহে যদি তাৰ মতি বদলি হয়।"

সঁচাকৈয়ে তাই গুচি গল—ঘৰলৈ আহিহে প্ৰফুল্লই ভাবিলে। তাই আগ ৰাতি সি কৰা বলিয়ালী আৰু ব্যৱহাৰৰ কথাকৈ গুচি যাম বুলি কোৱাত তাৰ এনেয়ে সংশয় লাগিছিল। এতিয়া ই একেবাৰে সত্যত পৰিণত হল।

সেইদিনা গল বুলি জানিও সি বেচি চিন্তা নকৰিলে। নিশ্চয় আগৰ দৰে পিছ দিনা ঘুৰাই আহিব। আগেয়ে ও তাই অকলেই বাপেকৰ ঘৰলৈ অহা যোৱা কৰে। মাকে তাৰ আগত মালতীয়ে কৈযোৱা দীঘলীয়াকৈ কেইদিন থাকিব তাকো নকলে।

গোটেই দিনটো বাটি চাযো সি মালতী অহাৰ আশা নেদেখিলে। "তাই তেনে নাহিবই নেকি?"—গধুলি পাৰ্ঁৰ পৰা ঘুৰি আহি ভাত খাই থাকোঁতে মাকক সোধে।

"জানো তইহে জান। মদ খাই বলিয়া হবিহি। পেটৰ পোৱালী এটা মৰিছে। তিনি চাৰি মাহেই হোৱা নাই। মদ খাই তাইক আহি ৰাতিখন মৰিয়াৰিছি গুচি যাবটো। মানুহ হল বুলি কিমান কষ্ট সহ্য কৰিব?"

মাকৰ মুখখন মুকলি কৰি দিয়াৰ ইচ্ছা নাছিল যদিও সি একান্ত বাধ্যত পৰি কথাষাৰ সুধিলে। আৰু সি সুধিবলৈ সাহ নকৰিলে। ভাত খায়ে শুবৰ ইচ্ছাৰে তাৰ কোঠাত সোমাই পৰিল। সোমোৱাৰ লগে লগে প্ৰথম বাৰৰ কাৰণে তাৰ কোঠাটো সুদা সুদা যেন লাগিল। যোৱাৰাতিও অকলে থাকিল যদিও আগৰ দৰে এৰাতিৰ বাবে আঁতৰি গৈছে বুলি মনত ভাব হোৱাত সি সিমান অকলশৰীয়া যেন নাপালে। কোঠাটো মালতীক বিয়া কৰাওঁতেই সজোৱা। আগতে ভনীয়েক প্ৰমীলাক দিয়াৰ পৰা প্ৰায় এবছৰ মাৰল ঘৰতে শুইছিল। বিয়াৰ পৰাহে মালতীৰ লগত এইটো কোঠাত শুবলৈ লৈছিল। ইয়াতেই মালতীৰ লগত যোৱা কুৰিটামাহ একেলগে কটাই দিছে। কিন্তু সোণটোৰ প্ৰসৱৰ সময়ত ইয়াত নাছিল। প্ৰসৱৰ এমাহৰ পাছৰ পৰাই মালতীয়ে আকৌ তাতেই শুবলৈ লৈছিল। আগৰ দুটাৰ বিচনাখনত তিনটা শুইছিল। মাজত সোণটো। সি বেচিদিন নুশুলে। বাপেকৰ লগত কেৱল তিনিমাহ শুয়ে অকলে নৈৰ কাষত শুবলৈ গুচি গল। তাৰ পাছৰ পৰাই যোৱা চাৰি মাহে মালতী আৰু সিয়েই অকলে শুই আহিছে।

বিচনাখনত বহাৰ লগেলগে তাৰ মনটো বেয়া লাগি আহে। ৰাতিপুৱা এৰি থোৱা বিচনাখন সেই দৰেই আছে। আঠুঁৱা খন নোতোলাকৈয়ে থাকিল। বিচনিখন মাটিতে পৰি থাকিল। সি আঠুঁৱাখন দাঙি শুই পৰে। চেঁচা পাটিখন খুব চেঁচা লাগি যায়। চাকিটো নুমাই দি বহুত কথাই ভাবে। বহুতো ভাবে তাক জুমুৰি দি ধৰে। মালতী তাৰ কাষত নথকাত তাৰ যেন আজি টোপনি নাহিল। মালতী থকা হলে আঠুঁৱাৰ তলৰ মহ চাকিৰে চাই মাৰি বিচনীৰে বিচি বিচি তাৰ নিচেই কাষতে শুই থাকিল হেঁতেন। বিচনাখন বহল। জহকালিও দুটাক সুন্দৰকৈ শুৱলে জোৰে। আন কালে, বিচনাখন বহল যদিও তাৰ হাত নাইবা ভৰি কিবা এটা নহয় কিবা এটা মালতীৰ গাত লাগি থাকিলহেঁতেন। কিন্তু এতিয়া হাত ভৰি একোৰেই একো স্পৰ্শ নকৰিলে।

তাহানি হোমৰ গুৰিত কিবা মন্ত্ৰ মাতি কুশবনেৰে আঙুলি বন্ধাৰে পৰা মালতীটো তাৰেই তিৰোতা। তাৰ কাৰণেই তাৰ আদেশতেই ঘূৰি ফুৰে। তাইৰ ওপৰত মদ খাই অত্যাচাৰ কৰিবৰ তাৰ কি স্বত্ব আছে? তাৰ সুখৰ কাৰণেই যি দিন ৰাতি ঘূৰি ফুৰে তাইক সি মৰমেৰে বুকুৰ কাষত চপাই লব নোৱাৰিলে। —নানানভাৱে জুমুৰি দি ধৰে। অৱশেষত ওৰে ৰাতি ইকাষৰ সিকাষৰ কৰি থাকি, সি পুৱাই মালতী হঁতৰ ঘৰলৈ যোৱাকে ঠিক কৰিলে। মালতীৰ ওচৰত সি ক্ষমা খুজিব, কোনো দিন মদ মুখত নিদিওঁ বুলি গোসাঁই ঘৰত শপত খাব, তাইক সি মৰম কৰিব, সুখ দুখৰ খবৰ লব, ভাল কাপোৰ এসাজ ধাৰ কৰি হলেও কিনি দিব। —ভাবোতে ভাবোতে শেহ ৰাতি অলপ মাথোন তাৰ টোপনি আহিল।

হাল খতি আছিল বাবেই সি বহুত পৰলৈ শুলে। শুই উঠি গা-পা ধুই সি চাহ-জলপান খাই ললে। তাৰ পাচত সি মালতীহঁতৰ ঘৰলৈ ওলাল। দুপৰীয়া বিহেৰ'দ বাবই নোৱাঁৰি। মাজত এখন গাওঁ পাৰহৈয়ে মালতী হঁতৰ গাওঁ।

ঘৰৰ পৰা ওলায়ে ওচৰৰ মধুৰামৰ ঘৰত তিৰোতাৰ খিক্ খিক্ হাঁহিৰ শব্দ শুনিবলৈ পাই তাৰ মনতো আকৌ বেয়া লাগি যায়। তাৰ মালতীজনী থকাহলে সিহঁতৰ ঘৰতে হাঁহিৰ ৰোল উঠিল হেঁতেন। মালতী নাইকিয়া দিনাখনৰ পৰা গাওঁৰ জীয়ৰী এজনীকো অহা দেখা নাই। আহিবনো কিয়? নাকৰ লগত কথাপাতি কিনো চখ্ টো পাব? কিমান কামৰ মাজতো মালতীয়ে হাঁহি ধেমালিৰে দুআষাৰ কথা পাতিব।

বাটত যাওঁতে সি বেচিকথা ভাবিব নোৱাৰিলে। চিনাকি মানুহবোৰ পথাৰত লগ পাই দুই এষাৰ কথা পাতি যাওঁতে ভাবিবলৈ সময়েই নহল। কোনোবাই সোধে —"কঠীয়া পানি হ'লনে?" কোনোবা এটাই আকৌ কয়—"মাটিত মৈ কিমান দিয়া হৈছে?" সেইখিনিৰে কোনোবা এখনৰ হালোৱা গৰু এটা নিছিল। হঠাৎ আগৰ পিনিহঁতে পাই সোধে—"গৰুটো হালত কেনেকুৱা পাইছে? ন-ছিগা গৰু নহয়নে বাৰু?"

সেই বাটেদি আহোঁতে যাওঁতে গাওঁ খনৰ প্ৰায় মানুহকেই এতিয়া মাতিব লগা হৈছে। সি সেই পিনেদি কলৈ যায় সকলোৱেই জানে। সেই কাৰণে সি মালতীৰ কথা ভাবিবলৈ সময় নাপালে। দুই এষাৰ কথাপাতি, দুই এটা চমু উত্তৰ দি সি মালতীহঁতৰ ঘৰ পালেগৈ।

মালতীৰ দেউতাকে নাঙল এটা চাঁচি চোতালতে আছিল। মাকে কাষত কলহ লৈ পুখুৰীলৈ ওলাই আহি চোতালৰ পৰা তাক দেখি থমকি ৰয়। তাৰ বুকুখন চিৰিং কৈ যায়। সি ইমান পৰে এটা কথা এতিয়াও ভৱা নাই—কিজানি মালতীয়ে দেউতাকৰ আগত সি মদ খাই মৰাৰ কথা কৈ দিছে। কিজানি শাহুৱেক-শহুৰেকে তাক গালি-শপনি পাৰে। বেয়া ব্যৱহাৰ কৰে।

"জোঁৱাই, ৰাতিপুৱাই ওলালাহি"—শাহুৱেকে হাঁহি মাৰি কয়।

তাৰ মনটো কিছু পৰিমাণে পাতল লাগে। সিও হাঁহি মাৰে অলপকৈ। একো নামাতিলে।

"বহিবলৈ পীৰা এখনকে দেহি। বাপধনটো কেনি গ'ল জানো?" —শহুৰেকে বাইচুখন থৈ ককাঁলটো পোনায়।

ভিতৰৰ পৰা মালতীয়েই পীৰা এখন হাতত লৈ ওলাই আহে।

"ৰাতিপুৱাই আহিলে দেখোন?"—তাই প্ৰফুল্লৰ চকুলৈ একেথিৰে চায়।

'এৰা'—কথাষাৰ কৈয়ে সি প্ৰায় তলমূৰ কৰে।

"কিবা হলনেকি?"—তাই আকৌ সোধে। শহুৰেক-শাহুৰেকেও তাৰ মুখলৈ চায়।

"নাই একো হোৱা নাই। এনেয়ে আহিলো"।

"ভালেই হ'ল, ভাত বান্ধোঁগৈ খাই যাব। যা চাহ-তাহকে দেগৈ। মোৰ ভিতৰলৈকে যোৱা। ৰ'দত কি বহিবা।" কামত কলহ লোটা জোৰলৈ শাহুৰেকে মালতীক কয়।

"আহক তেনে, পানী হৈয়ে আছে।"

"যোৱা, বোপা চাহকে অকণ খাই লোৱা।"—শহুৰেকে লগতে যোগ দিয়ে।

মালতীৰ পিচে পিচে সি ভিতৰ সোমাই যায়। জুহালৰ ওচৰতে পীৰা এখনত সি বহি পৰে।

"ঘৰত কোনো নাই নেকি?"

"নাই",

"হয় তই সঁচাকৈয়ে গুচি আহিলিনেকি? এৰা, মই বেয়া কাম কৰিবলৈ ধৰিছো। সিদিনা তই বৰ দোষ পালিনেকি? মোক জানো কিহে পাইছিল। মোক তই ক্ষমা কৰ মালতী। মই মানুহ নামৰ যোগ্য নহওঁ। মই তোক বহুত দুখৰ লগাইছো। মোৰ অন্তৰত দয়া নাই। মালতী আগৰ সকলো কথা পাহৰি যা। মই তোক মৰম কৰিম, তোৰ ইচ্ছা মতে লগা বস্ত্ৰ দিম। আৰু তোৰে শপত মই আৰু কেতিয়াও মদ মুখত নিদিওঁ। মদৰ নাম ললে তই মোক অপমান কৰিবি।"—অনুশোচনাত তাৰ মন ভাঙ্গি পৰে।

"বলিয়া হৈছে নেকি? কেনেকুৱা কথাবোৰ কৈছে?"

"নহয় মালতী, মই কেতিয়াও এনেকুৱা কাম নকৰোঁ। ব'ল মালতী মোৰ লগতে ঘৰলৈ ব'ল। তই নহলে জানো মই জীয়াই থাকিব পাৰিম? আই আছে কি হ'ল? কালিলৈ যদি মৰি থাকে তয়ে মোৰ জানো লগৰীয়া নহয়। তিৰোতা স্বামী নহলে জানো সুখেৰে সংসাৰত থাকিব পাৰি?—আবেগত পৰাজয়ৰ দুৰ্ব্বলতাৰে ভৰা অন্তৰৰ পৰা তাৰ অনেক কথা ওলাই আহে।

মালতীয়ে এহাতেৰে ওচৰ চপাই লোৱা বাটি কেইটা ধৰি থাকি আনখনেৰে এডাল এটুকুৰাৰে মাটিত এনেয়ে আঁকি থাকে। তাইৰ অন্তৰতো অনেক কথাই খুন্দিয়াইছিল। তৃপ্তিৰ ভাব এটাও নহাকৈ থকা নাছিল—অন্ততঃ প্ৰফুল্লই মদ নেখাওঁ বুলি প্ৰতিজ্ঞা কৰিছে—এই বাবেই।

"মই যাম। কিন্তু আজি নাযাওঁ। কেইদিনমান থাকিম। আইতাই তাঁত এখনো লগাইছে। কেইদিন মানৰ পাছতহে যাম।"

"থাকিব খুজিছ যদি থাক বাৰু কেইদিনমান। কিন্তু নোযোৱাকৈ হলে নাথাকিবি। পিচে ঘৰত এইবোৰ কথা কৈছ নেকি?"

"নাই কেলৈ কম? পিচে মদ খোৱা হলে বন্ধ কৰিব লাগিব। মদ খাই ঘৰ খন অশান্তি কৰি থাকিব নোৱাৰিব। সোণটোৰ কথা জানো মনলৈ নাহে? তাৰোপৰি তেনেবোৰ অত্যাচাৰ কোনে সহ্য কৰিব পাৰে?"

বহুত পৰ দুয়োটাই নিৰবে বহি থাকে। মালতীয়ে অলি থকা জুইকুৰালৈ একেথিৰে চাই থাকে। প্ৰফুল্লই তলমূৰকৈ কিবা ভাবে তাৰ পাছত প্ৰফুল্লই প্ৰথমে মূৰ তুলি কয়—"মালতী, আমি জানো সোণটোৰ নিচিনা আৰু লৰাৰ মাক বাপেক হব নোৱাৰিম? তথাপিও সোণটোৱে আমাৰ জীৱনলৈ পোহৰ আনিছিল আৰু তাৰ সোঁৱৰণীৰ বাবেই মই কেতিয়াও তোক বেয়া ব্যৱহাৰ নকৰো, মদ নাখাওঁ। তোৰ সুখেই মোৰ সুখ, তাৰ বাহিৰে মোক জানো আৰু কিবা লাগিছে......?"

মালতীয়ে হঠাৎ আচলেৰে সেমেকি উঠা চকুদুটা মোহাৰি প্ৰফুল্লৰ ভৰিত উবুৰি হৈ পৰে। প্ৰফুল্লই দুয়ো হাতেৰে গৰা মাৰি ধৰি বুকুৰ ওচৰলৈ টানি ধৰে।

বাহিৰৰ ঘৰত কিবা এটা শব্দ হয়। মালতীয়ে নিজকে সংযত কৰি পানী বাকিব ধৰে।

পানী এজোৰ লৈ মালতীৰ মাক সোমাই আহে।

"তই হবলা কথাহে পাতিছ। চাহ বাকিবই পৰা নাই।"

মালতীয়ে মুখেৰে একো নামাতিলে।

"খা-জলপানো দেহি। ঘৰত বা খাই আহিছেনে নাই।"

"নালাগে, আইতা মই ঘৰত খায়ে আহিছো।" —কথাষাৰ কোৱাৰ লগে লগে মালতীয়ে তাৰ চকুলৈ চাই উঠি যায়। মাকো ওলাই যায়।

প্ৰফুল্লই দীঘল উশাহ এটা এৰি দিয়ে। তাৰ অন্তৰৰ খৰা যেন ডাঙৰ চিন্তা এটা আঁতৰিল। মালতীকো আজি আকৌ এবাৰ তাৰ নিচেই আপোন যেন লাগিল। ক্ৰমাৎ আঁতৰি যাব খোজা মালতী তাৰ বুকুৰ নিচেই ওচৰ চাপি অহা যেন লাগিল।

তাৰ মনটোৱে প্ৰফুল্লভাৱ হয়তো বেচিকৈয়ে আহিছিল।

---



ভাৰতৰ এটি বিখ্যাত কাপোৰৰ কাৰখানাত আমাৰ জেৰিডান নবাব আক্ৰাম হুছেইনক এজন পথ প্ৰদৰ্শকৰ লগত দেখা গৈছে।

ফটো—ফ্ৰেইনৰূপ।

# নগা ভাইসকলৰ মাজত দুদিন।

*শ্ৰীখগেন্দ্ৰনাথ শৰ্ম্মা বৰুৱা* ( ১ম বাৰ্ষিক বাণিজ্য )



সুজলা সুফলা অসমী আইৰ চাৰিও ফালে পৰ্ব্বত। এই পৰ্ব্বতবোৰও সিচঁৰিত হৈ আছে নানা জনজাতীয় ভাইভনীসকল, লগতে তেওঁলোকৰ বিভিন্ন কৃষ্টি আৰু আচাৰ ব্যৱহাৰ।

যদিও মই অসমমাতৃৰে অযোগ্য সন্তান, যদিও মোৰ ঘৰ নগা পৰ্ব্বতৰ পৰা ৪ মাইল দূৰত অৱস্থিত তথাপি মই পৰ্ব্বতটো নো কি, তাত অধিবাসী সকলে কি খায় কি পিন্ধে তেওঁলোকৰ নো আচাৰ ব্যৱহাৰ কি এইবোৰৰ বিষয়ে বিশেষ জানিবলৈ সুযোগ আৰু সুবিধা ঘটা নাছিল। অকল ময়েই এই বিষয়েও দুৰ্ভগীয়া নহও মোৰদৰে শত শত অসমী আইৰ সন্তানে ওচৰতে থকা নগাপাহাৰলৈ বা অন্য পাহাৰলৈ গৈ পোৱা নাই। বহুতে হয়তো প্ৰাকৃতিক সৌন্দৰ্য্য যে ইমান ওচৰতে আছে তাক গৈ চুইজাৰ লেণ্ডত নাইবা স্কটলণ্ডত হে গম পাইগৈ।

সেইদিনা আছিল আগষ্ট মাহৰ ২৩ তাৰিখ। মমো ওলালো নগা পাহাৰলৈ। ফাৰ্কাটিঙৰ পৰা ১৭ মাইল মান গলে নগা পাহাৰত ভাওৰি বুলি এখন গাওঁ আছে তালৈ ১২ মাইল বাচ চলে। ১০ মাইল ভৈয়ামত আৰু ২ মাইল মান পাহাৰৰ ওপৰেদি।

চাৰে আঠ বজাত বাচখন মেৰাপানী বুলি ঠাই এডোখৰত ৰলগৈ। আমি যাত্ৰী আছিলো মাত্ৰ ১০ জন তাৰে ভিতৰত মোৰ বাদে এটাই বিলাক পাহাৰীয়া। তেওঁলোকক মই ভাওৰিলৈ যাম বুলি কলো। তেওঁলোকে তাত থকা জনস্বাস্থ্য বিভাগৰ চিকিৎসালয় খনৰ ডাক্তৰ জনক বৰ সন্মান কৰে। মই তেওঁলোকৰ আগত ডাক্তৰৰ ঘৰলৈ যাওঁ বুলি কোৱাত তেওঁলোকে মোক বাটদেখুৱাই নিবলৈ অলপো সঙ্কোচ নকৰিলে। তেওঁলোকে ভৈয়ামৰ মানুহক খুব আদৰ সম্ভাষন কৰে।

পৰ্ব্বতৰ বাটবোৰত খোজকঢ়া এয়ে মোৰ প্ৰথম অভিজ্ঞতা। সাধাৰণতে ৰাষ্টাবোৰ 45° কোণ কৰা পাহাৰটোৰ কাষে কাষে এডাল জৰি মোৰাদি ৰাষ্টাটো গৈছে। হঠাতে কেতিয়াবা ইমান থিয় যে গতিয়াই লৈ মোৰাদি লৈ যায়। মোৰ খোজ কঢ়াত অলপ অসুবিধা হৈছিল কিন্তু মোৰ লগৰ যাত্ৰী সকলে মূৰত একোটাইঁত হোৱাবৈলে তেওঁলোকৰ নিজৰ পাহাৰ বাগোৱা অভ্যাসেৰে গৈ আছিল। তেওঁলোকে হোৱাত শুকান মাছ, নিমখ, কাপোৰ আদি বয় বস্তু লৈ গৈছিল। এনেকুৱা ওখচাপৰ ৰাষ্টাইদি ডেৰমোণ ২ মোণ বোজা লৈ পৰ্বতীয়া ভাই-ভনী সকল যোৱা দেখিলে তেওঁলোকৰ কৰ্ম্মকুশলতাত সচাঁকৈয়ে স্তম্ভিত হব লাগে। মোৰ অৱশ্যে ভাগৰ লগা নাছিল। এটা নতুন আনন্দৰ ভাৱ মনত লৈ হাতত পানীকোটটোৰে গৈতে মই তেওঁলোকৰ দলৰ আগত গৈছিলো। খোজকাঢ়ি যাওঁতে অৱশ্যে কৰঙনত অলপ ধৰা যেন অনুভৱ হৈছিল, কিন্তু মই যেতিয়া বহুত তলত থকা দ ঠাই দেখিবলৈ চাই পঠিয়ালো তেতিয়া মোৰ মনত অলপ ভয়হে হল। কেনেবাকৈ অলপ পিছলি গলে আধামাইল দত বাগৰি পৰিলেটো মানুহ মানুহ হৈ নাথাকে। বাটৰ ভাগৰ পলাবলৈ মোৰ লগৰ নগাসকলে কথাপাতি গৈছে কিন্তু মই তেওঁলোকৰ কথাত ভাগ লবলৈ তেওঁলোকৰ ভাষা নাজানো। মই থকা "বালখনৰ" দৰে ৰাষ্টাটোৰ ঠিয় ফালটো চাওঁ আৰু তাতে মই দেখা পাওঁ বিভিন্ন স্তৰ। স্কুলত পঢ়িছিলো শিলবিলাক হেনো ক্ৰমানুযে ক্ষয় গৈ মাটি হৈছে। তাত মই ভূগোলত পঢ়া মাটিৰ বিভিন্ন স্তৰ বিলাক দেখা পালো এতিয়া মোৰ আৰু পৃথিৱীৰ খোলাখনৰ বিভিন্ন স্তৰ যে আছে তাক আৰু মুখস্থ কৰিব নালাগে।

দুমাইল মান গৈ আমি ঝৰ ঝৰ কৰে পানী পৰি থকা এটা জুৰি পালোগৈ। মোৰ পথপ্ৰদৰ্শক সকলে মোক খন্তেক অপেক্ষা কৰিবলৈ কলে। তেওঁলোকে পাহাৰৰ গাত হোৱা আওঁজাই মুখ হাত ধুলে। তেওঁ-লোকৰ হোৱাত ভাতবান্ধি লৈ অনা হৈছিল। তেওঁ-লোকৰ এজনে কেইখনমান খালত ভাত বাঢ়ি দি

গাইপতি কেইটামান জলকীয়া অলপ নিমখ আৰু কিছু অন্য বস্তু দিলে। মই সেই বস্তুটো চিনি নাপালোঁ। তেওঁলোকে খাবলৈ লাগিল। কাৰবাক অলপ ভাত লগা হলে খোৱা হাতেৰেই আকৌ সেই চৰুৰ পৰা ভাত আনি লয়। মই পাহাৰীয়া নিজৰাৰ ঝৰ্ ঝৰ্ কৰে পানী পৰি থকা দেখি বৰ ভাল পালোঁ। তাহানি শুনিছিলোঁ বোলে পাহাৰীয়া নিজৰাৰ পানীত খনিজ বস্তু মিহলি হৈ থাকে। স্বাস্থ্যৰ কাৰণে বৰ ভাল। মযো হাতমুখ ধুই নিজৰাৰ ফটফটীয়া পানী হেপাঁহ পলুৱাই খালোঁ। খুব তৃপ্তি লাগিল।

ওচৰতে নানা শিল পৰি আছিল। তাহানি পঢ়িছিলো গ্ৰেনাইট, বেচেল্ট, মেটামৰফিক্ ৰকৰ কথা, এতিয়া মই চকুৰে দেখিলো সকলো প্ৰকাৰৰ শিল। তেওঁলোকে ভাত খাই মানে মই শিল পৰীক্ষা কৰাত লাগি গলো। চিমেন্টৰ দৰে বহুত শিল দেখা পালো। নিশ্চয় অনুসন্ধান কৰিলে ইয়াত চিমেন্টৰ আকৰ পোৱা যাব। শিলবোৰ দেখি মোৰ মনত পৰিল আমাৰ গাৱঁলীয়া বোকা বাটবোৰলৈ—কিবা উপায়েৰে যদি এই শিলবোৰ নি ভৈয়ামৰ আলিবোৰত দিব পৰা হল হেঁতেন। অসমৰ এক ফার্লং ও কেঁচা ৰাস্তা নাথাকিল হেঁতেন। আৰু সেই বিয়াগোম চাম গছবোৰ, বুঢ়া হৈ শুকাই যোৱা কাক বাঁহৰ বাঁহনি বোৰ! নিশ্চয় ইয়াত কাঠফলা কল বহুৱালে অসমৰ তথাভাৱতৰ অভাৱ পুৰণ হল হেঁতেন।

আমি আধাঘন্টামানৰ পিছতে যাবলৈ ওলালো। যিমান আগ বাঢ়ি যাওঁ সিমান নতুন, প্ৰত্যেকটো দৃশ্যই নতুন। প্ৰত্যেকটো পৰ্ব্বতেই নতুন, প্ৰত্যেক খোজটোৱেই নতুন। তেতিয়া অলপ ৰৰষুণো আছিল। ঠিয় পৰ্ব্বতৰ পৰা মাটি খহি মাজে মাজে বাটটো বন্ধ কৰি পেলাইছে। চাৰি মাইল বাট গড়কাপ্তানী বিভাগে লৈছে। গতিকে সেই মাটি সঘনে ওচাই বাটটো ভাল কৰি ৰাখে।

মোৰ লগত যোৱা আটাইকেইজন নগাই অশিক্ষিত—মানে লিখা পঢ়া নজনা। তেওঁলোক অশিক্ষিত হলেও অসমীয়া ভালদৰে কব পাৰে আৰু বুজি পায়। তেওঁলোকে মোৰ ঘৰ, পঢ়াশুনাৰ বিষয়ে বহুত কথা সুধিলে। মযো সুধিলো বহুত। মই যোৰহাটৰ ক'লেজত পঢ়ো বুলি জানি তেওঁলোকে বৰ ভাল পালে আৰু এজনে গৌৰৱ অনুভৱ কৰি কলে যে তেওঁলোকৰ গাৱঁৰে এজনে মিচন হস্পিতেলত কাম কৰে। পৰ্ব্বতটোৰ কাষে কাষে ঘুৰি ঘুৰি আমি ৪ মাইল গলো; বাটত এজনো জনপ্ৰাণী লগ পোৱা নাছিলো। তেওঁলোকে ভাওৰীলৈ আৰু এমাইল আছে বুলি কোৱাত কিছু সকাহ পালো; তেওঁলোকে কলৈ যাব সোধাত কলে যে তেওঁলোক বৰোকাং নে কিবা চাং এখনলৈ যাব। আৰু দুদিনৰ মূৰত হে পাবগৈ। মোৰ কথা শুনি পেটতে হাত ভৰি লুকাল—ইমান বোজা লৈ একেৰাহে তিন দিন পৰ্য্যন্ত বগোৱা।

আকৌ আমি খন্তেক ৰলো। মোৰ চকু গ'ল দূৰণিৰ ভৈয়ামলৈ। কেৰেনুৱাটোৰ দৰে বগাই যোৱা বাটটোলৈ। দূৰত পাৰিখোৱা চেলেংখনৰ দৰে এটা নীলা আঁচ দেখিলোঁ। সেইখন এখন নৈ।

১০ মান বজাত মোক গন্তব্য স্থানত উপনীত কৰি লগৰীয়াসকল দিহাদিহি গল। তাৰ পিছত যি কৰিলো এই বিষয়ে নকলেও হব। দৈনন্দিন জীৱনৰ সাধাৰণ কাম।

গধুলি মই, ডাক্তৰ আৰু চামাচু তিনিও ভাওৰী বস্তি চাবলৈ গলোঁ। গাওঁখন এটা টিলাত অৱস্থিত, টিলাটো অৱশ্যে বৰ ঠিয় নহয়। সেই গাৱঁত প্ৰায় ৪০ ঘৰ মানুহ আছিল। আমি প্ৰথমতে গৈ ইম্পাচা নামৰ দোকানীটোৰ ঘৰত সোমালোগৈ। তাৰ ঘৰতেই দোকান। দোকানীজনে নৰাগত মোৰ পৰিচয় বিচাৰিলে আৰু তেওঁলোকৰ পাহাৰ চাবলৈ যোৱা বুলি কোৱাত কলে "আজি কালিটো আমাৰ পৰ্ব্বততে একো বস্তু নাই আছে। জাৰকালি আহিলেটো তুমখিৰা টেঙ্গাকে পায়—আমাৰ ইয়াত খুব হয়। কিমান কাৰি? কুব সুন্দৰ আছে।"

আমাৰ অতিথি কেইজনক তেওঁলোকে চাকু খাবলৈ দিলে। কিন্তু মোৰ আগে পাছে খোৱা অভ্যাস নাই বুলি জনোৱাত মোক নিদিলে। মোৰ লগৰীয়া সকলে তাক গ্ৰহণ কৰিলে। মই তাৰ পৰিবৰ্ত্তে চাহ একাপ গ্ৰহণ কৰিলোঁ। চাকু—নগা মদ। মোৰ পৰা এওঁলোকে ইয়াক তৈয়াৰ কৰে।

মোৰ গাওঁখনৰ শৃংখলা দেখি আচৰিত লাগিল। গাওঁখনৰ সকলো মানুহৰে ঘৰ একে আহিৰে। তেওঁলোকে হেনো শুই থকা গৰু এটাৰ দৰে ঘৰ সাজিব লাগে সেইটো হেনা তেওঁলোকৰ মাজত হোৱা আলোচনাৰ শেষ সিদ্ধান্ত। ঘৰটোৰ আগফালে মুধৰ এটুকুৰা আগবাঢ়ি থাকে আমাৰ মণিপুৰি টুপতকৈ বহুত বেছি পৰিমাণে শুইথকা গৰুৰ মূৰটোৰ দৰে। আৰু ঘৰটোৰ পিছফালেও প্ৰায় ঘূৰণীয়া। ঘৰটোৰ আগেপিছে লাগি থকাকৈ দুখন এখন চাংও সাজে। ঘৰটোৰ মাজত বেৰ আছে। সাধাৰণতে দুখন এখন ঘৰৰ ভিতৰত শোৱাচাং দেখিলেও সৰহ ভাগে মাটিত শোৱে। প্ৰায়বোৰ ঘৰৰ গো-মাজতে জুহালখন। তেওঁলোকৰ জুহাল আৰু ভাতচৰু একেটা। তেওঁলোকৰ ঘৰৰ ভিতৰত জলকীয়া, গোমধান আদি দমাই থোৱা আছে।

নগাসকলে উৰালত ধান বানে। একোটাইত উৰাল এডোখৰ ডাঙৰ কাঠেৰে তৈয়াৰী। ৬।৮ ফুট দীঘল আৰু ১।১½ ফুট বহল। তাত একেলগে কেবাজনো মানুহে ধান বানিব পাৰে।

নগাসকলৰ খৰিচা বৰ প্ৰিয় বস্তু, তেওঁলোকে ইয়াক 'কুৰচিয়ং' বোলে। অকল খৰিচাৰ কাৰণেই একোঘৰ মানুহে অন্ততঃ দুহেজাৰ বাঁহ গাঁজ কাটে। এওঁলোকে বাঁহ গাজ খুন্দি টকৌ পাতেৰে মেৰাই হোৰাত থয়। তাৰ তলত এটা প্ৰকাণ্ড কাক বাঁহৰ চুঙা থাকে। খৰিচাৰ পানীবোৰ তলৰ চুঙাত জমা হয়গৈ। ইয়াক হেনো মাংসৰ আঞ্জাত দি ৰান্ধিলে খাবলৈ বৰ ভাল। নগাসকলৰ শুকান 'কুৰচিয়ং' খাই বৰ ভাল পালোঁ। তেওঁলোকৰ মুখত ইয়াৰ তৈয়াৰ প্ৰণালী আৰু খোৱাৰ প্ৰণালীৰ কথা শুনি বৰ সন্তোষ পালোঁ।

মই তেওঁলোকৰ ঘৰৰ ওচৰত এটাও ভঁৰাল নেদেখি সুধিলো তেওঁলোকৰ ধান কত ৰাখে। তেওঁলোকৰ এজনে কলে "আমাৰ ইয়াত চোৰ নাই। আমাৰ মানুহে চুৰ নকৰে। আমাৰ ধান ঘৰবোৰ অঞ্চ তাত আছে। গাৱঁৰ সকলোৰে ভঁৰাল একেলগে তাকে। ঘৰৰ ওচৰত নাৰাকে। জুই লাগিব পাৰে।" তেওঁলোকৰ সৰল অন্তঃকৰণৰ প্ৰতি মোৰ শ্ৰদ্ধা বাঢ়ি আহিল—মোৰ সুসভ্য বোলা ভৈয়ামৰ শিক্ষিত অধিবাসীলৈ মনত পৰিল।

কিছুদূৰ গৈয়েই এটা গেন্ধা গোন্ধ পালোঁ। কিহৰ গোন্ধনো বুলি ঘূৰি চাই চাল বথলিয়াই থোৱা দুটা প্ৰকাণ্ড বাঘৰ গেলিপচি যোৱা শৰীৰৰ অৱশেষ চকুত পৰা ঠাইত আঁৰি থোৱা দেখিলোঁ। সুধি-পুচি জানিব পাৰিলোঁ যে এই দুটা বাঘ যোৱা মাহতে ইনচেন্ চিকাৰীয়ে গুলীয়াই মাৰিলে।

তেওঁলোকৰ বহুতৰ লগতেই মই কথা পাতিছিলোঁ। প্ৰায়বিলাক নঠা নগাই (সেই বস্তিৰ) ভালকৈ অসমীয়া কব পাৰে। তেওঁলোকে বিচাৰে অসমীয়া হবলৈ। তেওঁলোকৰ এজনে মোক অতীত আহোম ৰজাসকলৰ লগত থকা সম্বন্ধৰ কথা লৈ কোৱাত মই আচৰিত হলো। "আমাৰ বৈয়ামৰ মানুহ আৰু আমি নগা ভাই ককাই আছে। আমি দৰকাৰ অলে বৈয়ামক সহায় কৰিব লাগে। আমাক গিন নকৰি আমাকো লিকা পঢ়া শিকাৰ লাগে তেহে য়ামি মিলি তাকিব পাৰিম। ইয়াত অসমীয়া নাই আহিছে আমাৰ তু অসমীয়া শিকিবৰ বৰ ইছা আছে। তই আহিলত য়ামি বৰ ভাল পাইছে।" মোৰ মনত পৰিল বৃহৎ অসমীয়া জাতি গঠন কৰিবলৈ। আমাৰ নো জাতি গঠন কৰোতা ক'ত? মোৰ সপোন কোনোবাই বাস্তৱত পৰিণত কৰিবনে?

এইদৰে বহুতৰ লগত কথা পাতিলোঁ। তেওঁলোকৰ জুম খেতি এই সময়ত চপাবৰ হৈছে। পাহাৰৰ টিলাত পকি থকা ধানবোৰৰ ওপৰত যেতিয়া মাৰযোৱা সূৰ্য্যৰ কিৰণ আন দুটা ডাঙৰ পাহাৰৰ ফাঁকেদি পৰেহি তেতিয়া তাত এটা সোণালী ৰঙৰ উজ্জ্বল আভা প্ৰকাশ পায়—তাতে আকৌ মলয়া বতাহ জাকে নচুৱাই দুগুণে ৰূপ চৰাই যায়। তেওঁলোকৰ এই খেতি কৰা পদ্ধতিও এক ধৰণৰ। এটুকুৰা মাটিত এবছৰ খেতি কৰিলে দহবছৰ আবাদী কৰি এৰি দিয়ে। খৰালি মহীয়া এটুকুৰা জঙ্গল কাটি থয়। গছ-গছনি বোৰ ব'দত শুকালে পুৰি পেলায়। মাটি-ডোখৰ চফা কৰি লয়। এবেগেতৰ আঁতৰে

খাঁতবে বোক্‌মাৰি বোক্‌মাৰি ধান পুতি যায়। এই ধাননি খনৰ হাবিবন ধান পকালৈকে তিনিমাহ মান শুচাই থাকিব লাগে। যেয়ে যিমান প্ৰতিপাল কৰিব পাৰে সিমান ধান হয়। তেওঁলোকৰ হেনো বহুতৰ মতে ধান বেচিব নাপায়। কিন্তু দূৰীয়া মানুহে নেবেচাকৈ নাথাকে। খেতিৰ বিষয়ত মাইকীবোৰ মতাবোৰত কৈ বেছি পৈণত। তেওঁলোকে গোমধান, বেঙেনা, লাউ, কোমোৰা, জলকীয়া কচু আদিৰ খেতিও কৰে। এইবিলাক বস্তু তাত খুব হয় কিন্তু যাতায়তৰ অসুবিধাৰ কাৰণে সুনথিবা কৈয়া আদি বহুত বস্তু নষ্ট হয়। তেওঁলোকে সেই কাৰণেই বৰ বেছিকৈ এইবোৰ খেতি নকৰে।

তেওঁলোকৰ বিষয়ে জানিবলৈ বৰ কৌতুহল হ'ল। মই তেওঁলোকৰ বিবাহ আদিৰ কথাও সুধি পেলালো। অন্যান্য পাহাৰীয়া জাতিৰ দৰে বিয়া হবলৈ লৰা-ছোৱালীৰ সম্মতি লাগে। তেওঁলোকৰ একে বংশৰ ভিতৰত বিয়া নহয়। বিয়া হোৱাৰ এবছৰ মানৰ আগ পৰাই দৰাই ছোৱালীক সাজ-সৰঞ্জাম, টকা পইচা আদি দিব লাগে আৰু ছোৱালীয়ে সম্মতি প্ৰকাশ কৰিলে ঘূৰি বছৰত তেওঁলোকৰ বিয়া হয়। বিয়াত তেওঁলোকে গৰু-গাহৰি মাৰি স্ফূৰ্তি কৰি খোৱা লোৱা কৰে। বিয়া হলে তেওঁলোকে নতুন এঘৰ মানুহ সাধাৰণতে হয়। একজনীতকৈ সৰহ বিয়া কৰোৱা প্ৰথা সাধাৰণতে তেওঁলোকৰ নাই। তেওঁলোকৰ বিবাহিত জীৱন বৰ সুখময়। লঠা নগাসকল সাধাৰণতে শান্তিপ্ৰিয়। তেওঁলোকৰ মাজত চুৰি-ডকাইতি হাই-কাঁজিয়া কম; হলেও গাঁৱৰ পঞ্চায়তে গাঁৱতে নিষ্পতি কৰে।

যাবৰ পিছ দিনা পৰ্ব্বতীয়া বাট এটাৰে গৈ আছিলোঁ। মই আৰু এজন লঠা ভাই। নাম ইয়ানামো। আমি গৈ এটা পৰ্ব্বতৰ চাপৰ টিলা পালোগৈ। অলপ নামনিত দুটা সুগৰী পহু নিশ্চিন্তমনে বিচৰণ কৰি থকা দেখা পালো। ভাবিলোঁ পৰ্ব্বতত সকলো বোৰ মুকলিমুৰীয়া। মোক দেখি সিহঁতে কাণ থিয় কৰি নেগুৰ থিয় কৰিলে আৰু ভিৰাই দৌৰ দিলে। মনত পৰিল কেমেৰাটোলৈ। মোৰো যদি এটা থাকিলে হেঁতেন! মইতো ইয়াৰ সদ্ব্যৱহাৰ কৰিলো হেঁতেন।

২৫ তাৰিখৰ দিনা পুৱা ৬টা মান বাজিছে। মই থকা ঘৰটোৰ পৰা নামনিতে আন এটা পাহাৰৰ ওপৰত ঘূৰি ফুৰা ডাৱৰবোৰৰ দৃশ্যটোৱে মোৰ মনটো কালিদাসৰ মেঘদূতলৈ ঘূৰাই নিলে, চকুৰ আগতে লৰিধাপৰি ফুৰা ডাৱৰবোৰ, ওখ পাহাৰৰ আধা মাইল নামনিত বহল সমভূমিটো, দূৰৰ সুগৰী পহুৰ কু কু শব্দ, উত্তৰৰ শুভ্ৰ পৰ্ব্বতৰাশিৰ ওখ টিং বোৰ, গৰম দিনটোৰ অলপ পিছতে নিশা ১০ বজাত লগা জাৰটো, লঠা ভাই সকলৰ সৰল আন্তৰিকতা, পাহাৰৰ কাষেদি অকাই পকাই যোৱা বাটটো, দূৰত পাৰি থোৱা চেলেং-খনৰ দৰে নদীখন, ঝৰ্ ঝৰ্ কৰে জুৰিৰ উৎসটো আৰু বছেৰেকত ২।৩ বাৰ মাথোন গা ধোৱা লঠানগাসকল, পাহাৰী গাভৰু সকলৰ অকৃত্ৰিম স্নেহ আৰু সবল সুস্থ দৈহিক গঠন এই সকলো বোৰেই মোৰ স্মৃতিৰ গোপন কক্ষত সদায়েই প্ৰতিভাসিত হৈ থাকিব। সুবিধা আৰু সুযোগে বাট দিলে মই আকৌ তেওঁলোকৰ তালৈ যাম। আহোঁতে মোক আগবঢ়াই থৈ যোৱা কথাটো মই পাহৰিব নোৱাৰো।

জীৱনৰ ১৭টা বছৰৰ দিনবিলাকৰ ভিতৰত এই দুটা মোৰ স্মৰণীয় দিন। আৰু অন্ততঃ কুৰিটামান দিন এনে সদ্ব্যৱহাৰত কটাব পৰা হলে নিজৰ জীৱনকেই সাৰ্থক বুলি ভাবিলোঁ হেতেঁন। ২৫ আগষ্টত যোৱা বাটেদি মই ঘূৰি আহিলোঁ।

---

# "ব্যথিত হিয়াৰ প্ৰতিধ্বনি"।

—বীণা বৰা, ২য় বাৰ্ষিক (কলা)

"Lift me as a wave, a leaf, a cloud,
I fall upon the thrones of life, I bleed"

কিবা এটা এৰাব নোৱাৰা মোহত পৰি অপ্ৰত্যাশিত ভাবে জীৱনলৈ নামি অহা আন্ধাৰ বোৰক সান্ত্বনাই কোনো প্ৰকাৰেই সমাধান কৰিব নোৱাৰে। তাই কান্দে। অসহায়ৰ দৰে কান্দে।

সান্ত্বনাৰ কান্দোনত চিন্তাৰ উচ্ছল তৰঙ্গ। দিনৰ পোহৰ ক্ৰমান্বয়ে পশ্চিম আকাশত লীন হৈ গৈছে। দূৰ দিগন্তত পোহৰৰ শেষৰেখা। সিও শেষ হৈ যাব অলপ পিছতে।

"পেহী! আন্ধাৰত বহি থকা তোমাৰ নিয়মীয়া স্বভাৱ হৈ পৰিছে।"—ৰুবীয়ে লেম্পটো টেবুলখনৰ ওপৰত থোৱাৰ লগে লগে কৈ গল, একো নুশুনাৰ দৰে বহি থাকে সান্ত্বনা। ৰুবীয়েনো বাৰু কি ভাবে তাইক। এজনী সৰু ছোৱালী। সংসাৰৰ কোনো দুখ বেজাৰে তাইক স্পৰ্শ কৰা নাই। সীমাহীন প্ৰশ্নবোৰ নীৰৱতাৰ মাজত বিলীন হৈ যায় সান্ত্বনাৰ।

অশান্ত বিপদে অকালতে জীৱনটো পঙ্গু কৰি পেলালে। নতুন পথ এটা বিচাৰি ললে হবনে—, পথৰ সন্ধানত তাই ব্যস্ত, ব্যাকুল। জীৱনটো ইমান দীঘল আগতে তাইৰ লগা নাছিল।

মধুৰ এটা শুভ্ৰপথৰ কল্পনাত সান্ত্বনা অস্থিৰ হৈ পৰিল। সেই পৰিকল্পিত পথত ৰূপ দিব তাই। সৌৰভবোৰ বিয়াপি পৰিব চাৰিওফালে। আন্ধাৰ বোৰৰ পৰিবৰ্ত্তে নেদেখা ৰেখা এটি জিলিকি উঠে। বিমুগ্ধাৰ দৰে চাই থাকিল তাই দূৰলৈ, লক্ষ্য বহুত দূৰত। ইপাৰৰ শেষ সুৰে তাক স্পৰ্শ কৰিলেই যেন সিপাৰৰ আৱাহনী সুৰে ৰূপ লব। তাই চমকি উঠিল।

লেম্পটোৰ কমাই থোৱা শিখাদাল বঢ়াই দিলে। ৰৰমত পৰি থোৱা মাক, আজলী ৰুবী, সৰলা ননৌৱেক আৰু দেউতাকৰ অভাৱ অনুভৱ কৰিব নিদিয়া ককায়েক আছে। সেয়ে তেওঁ সান্ত্বনাক কাষলৈ চপাই আনিলে, ভনীয়েকৰ অন্তৰৰ বেদনা তেওঁ বুজে। কিন্তু প্ৰতিকাৰৰ উপায়ে সান্ত্বনাক মুগ্ধ কৰিব নোৱাৰে। ছাঁয়াছবিৰ দৰে যোৱা দৃশ্যৰ দৰে তেওঁ সান্ত্বনাৰ মনৰ গভীৰ ক্ষতবোৰ যদি শেষ কৰি দিব পাৰিলে হেতেন। সান্ত্বনাই ককায়েকৰ ভাব নুবুজাকৈ থকা নাই।

এজন মাত্ৰ নাই। যাৰ অভাৱত জীৱনলৈ তাইৰ বৰ্ষাৰ চল নামি আহিছে। আনে নেদেখাকৈ তপত চকু-লো বাগৰিছে। অনৰ্গল আৰু কিমান বাগৰিব কোনে জানে। ইচ্ছা কৰি তাই তাক বাধা দিব নোৱাৰে। ভগৱানেও যেন সেই শক্তি তাইক নিদিলে।

বিয়াৰ এবছৰৰ পাছত বৈধব্যৰ নিষ্ঠুৰ প্ৰহাৰত পৰা এজনী দুৰ্ভগীয়া ছোৱালী। তাই আশা নকৰা জীৱন এটাৰ প্ৰতিনিধি হৈ পৰিলে হঠাতে। অনেক সময়ত বহুতো বৈচিত্ৰই জীৱনলৈ অনাহুতৰূপে আহি পৰে। তাক আনৰ দৰে তাইয়ো অস্বীকাৰ কৰিব নোৱাৰে, লবই লাগিব।

অলপ আগতে লিখি শেষ হোৱা কবিতাটো তাই পঢ়ে। সুৰ তাইৰ, ৰচনা তাইৰ, সুন্দৰৰ আবেশত চকু মুদ খাই যায় সান্ত্বনাৰ। তাত যেন তাই হেৰুৱাই পেলোৱা জীৱনৰ অৱশিষ্টবোৰ উজ্জ্বল হৈ পৰিছে। আত্মতৃপ্তিৰ মোহত তাই শান্ত হৈ পৰে।

লেম্পটো লৈ তাই ৰমেনৰ ডাঙৰ ফটোখনৰ কাষত ঠিয় হয়। অব্যক্ত ভাষাত উপাসনা কৰে ঈশ্বৰক, ৰমেনক — তাই মৃত স্বামীৰ আৰু — আৰু তাইৰ অদমনীয় শক্তিক।

কবীয়ে ব'দতে আনি ৰখা ফুলবোৰ শুকাই গৈছে। জীৱনৰ জেউতিকণ তাই যেন হেৰুৱাই পেলাব লগা নহয়। ভক্তিত তাইৰ শিৰ নত হৈ যায় দেৱতাৰ চৰণৰ তলত। চকুজোৰ মচি সান্তনাই "নামমাধুৰী" খনত চকু ফুৰায়।.........

"পেহী"? চেঁচা হাতখন গালত দি কবীয়ে মাতিলে। সান্তনাৰ সন্ধ্যা উপাসনাৰ শেষ হল। মুখলৈ হাঁহি টানি আনি কবীলৈ চালে। তাই জাৰত কুচি-মুচি কাষতে বহি আছিল।

কবীয়ে ক'লে,—"সাধু আজি নকবা নেকি?" "তাৰপাছত যে পঢ়িব লাগিব। তুমিয়েই খং কৰিবা নহলে। আইতাৰযে কথাই নাই"। আবদাৰৰ সুৰ বিয়পি পৰিল তাই সৰু মুখখনত।

"নাক, তাৰ পাচত ভালকৈ পঢ়িবিতো? এতিয়াই কব লাগিব নহলে সাধু কব নোৱাৰো", কবীৰ ঠুটৰিত ধৰি সান্তনাই সুধিলে। "নিশ্চয়, পিচে নতুন এটাও কব লাগিব দেই পেহী" — খিল্ খিল্ কৈ তাই হাঁহিলে।

"তাৰ পাচত............ "। কবীয়ে বাধা দি চিঞৰি উঠিল, "টুনী নামৰ অপেস্বৰী জনীৰ ভৰিত শিলগুটিটো লাগিল"। "অ—হয় দেই" সান্তনাই কবীৰ লগতে যোগ দিলে। "সৰস্বতীয়ে" কি কলে জানহবলা —এই দোষ কৰাৰ কাৰণে টুনী বাৰবছৰ ব্ৰাহ্মণৰ ঘৰত থাকিব লাগিব। ব্ৰাহ্মণ জন দুখীয়া আছিল। টুনীক তাতে থৈ তেওঁলোক স্বৰ্গৰ নন্দন কাননলৈ গুচি গল"। কবীয়ে উৎসুকেৰে পেহীয়েকৰ আৰু কাষলৈ চাপি আহিল। "এদিন দুদিনকৈ বাৰ বছৰৰ দিনবোৰ যাব ধৰিলে, টুনীয়ে সাধাৰণ ছোৱালীৰ দৰে ব্ৰাহ্মণৰ ঘৰত কামবন কৰে। তেওঁ পিছে চিনি নাপাই আকৌ সেই টুনীক এজনী অপেস্বৰী বুলি। পিছে এদিন ব্ৰাহ্মণজনে কিবা কাৰণত গঙ্গা নদীত স্নান কৰিবলৈ গৈছিল। গঙ্গা দেৱীয়ে ব্ৰাহ্মণৰ প্ৰাৰ্থনাত সন্তুষ্ট হল আৰু টুনীৰ কথা ক'লে। আনন্দত দুখীয়া ব্ৰাহ্মণৰ চকু পানী ওলাল। তেওঁ ভাবিলে সেই কাৰণেই কিজানি দিনক দিনে তেওঁৰ ঐশ্বৰ্য্য, সম্পদ বাঢ়ি আহিছে।"। ...............

"সান্তনা"। কৰবাৰ পৰা আহি ককায়েকে তাইক মাতিলে। কবীৰ নতুন সাধু শুনাৰ আগ্ৰহ মনতে থাকিল। সেইদিনালৈ পুৰণাটোৱে শেষ নহল। দুয়ো হাতত ধৰাধৰিকৈ কোঠাটোৰ পৰা ওলাই গল। যাওঁতে পেহীয়েকৰ কাষত কবীয়ে ভাবিলে, ইমান ভাল সাধু কয় পেহী জনীয়ে। পেহীক লোকৰ ঘৰলৈ বিয়া দিয়া দেউতাকলৈ খং উঠিছিল তাইৰ। কিন্তু, এতিয়া আৰু তেওঁ গুচি নাযায়। কিয় নাযায় তাই ভালকৈ নুবুজে। দিনৰ পাছত মাহবোৰ বছৰৰ বুকুলৈ গৈ থাকে নিৰ্দ্ধাৰিতৰূপে।

বহুত দিনৰ পুৰণি চিনাকি ঠাইখনলৈ আহি ভাল লাগিল। মনত পৰিল স্কুল কলেজৰ মধুৰ দিনবোৰলৈ। ঘৰৰ পৰা অহা এসপ্তাহেই হোৱা নাই। ঘৰলৈ সিমান মনত নপৰে। কলেজৰ ছোৱালী আৰু সহকৰ্মীসকলৰ মাজৰ নতুন আবেষ্টনী এটাত সোমাই পৰো। কামলৈ নতুন উদ্যম আছে।

শীতৰ খৰাঙত তৰাজানখন শুকাইছে। দুয়ো-কাষে থাগৰিবোৰ জোপোহা হৈ গৈছে। বজালি বাঁহৰ দলিটো আজিও আছে। তলত ক্ষীণধাৰাৰ পানীৰে সৰু নৈখনৰ বুকুত সোঁত নাই। সুন্দৰৰ শান্ত সমাহিত ৰূপ। সকলোতে দৃষ্টিপাত স্মৃতিৰ চাপ।

মোক হোষ্টেলৰ কাষৰ একেবাৰে মূৰৰ ৰুমটো দিছে। মাজৰ সৰু সৰু ৰুমবোৰত নানা ঠাইৰ ছোৱালী আছে। ডাঙৰ সৰু, ধুনীয়া, মৰম লগা। ভাবি ভাল লাগে, দেখিবলৈও ভাল লাগে। শেষৰ ৰুমটোত কমৰুম বাইদেউ থাকে। তেখেত হোষ্টেলৰ অধ্যক্ষা। দুভাল এভাল পকা চুলিৰে গহীন অৱয়বৰ এগৰাকী মানুহ।

মই দৰ্শনৰ অধ্যাপনা কৰো। ছোৱালীসকলৰ মাজত চিঞৰি বাখৰি মগজ ঘোলা কৰিব লাগিব বুলি আগতে ভবা নাছিলো। বি,এ পাছ কৰাৰ পাছত কাম কৰিবলৈ বহুত ঠাইৰ পৰা খবৰ আহিছিল। ভাবিলো, মাষ্টৰণীত কৈ আৰু একো ভাল কাম নাইনে পৃথিৱীত। আয়ে বাধা দিলে। পঢ়িব নালাগে বুলি ক'লে। এম,এ পঢ়িবলৈ স্থিৰ কৰিলো। ফাৰ্ষ্ট ক্লাচ্ নাপালো। বেয়া

নালাগিল। মোৰ চেষ্টা অখলে যোৱাত যেন সকলোৱে বিদ্ৰুপ কৰিছে। কৰা নাই মাত্ৰ পঢ়া টেবুলৰ দৰ্শনৰ ডাঙৰ কিতাপ কেইখনে। তেন্তে সিহঁতৰ মাজত মোৰ আত্মপ্ৰকাশ হ'ব। মই মাষ্টৰণীয়ে নহলোনো কি —, তথাপি এটা স্তৰৰ প্ৰভেদ। মই অধ্যাপিকা, মই ছোৱালী।

ছোৱালীহঁতৰ লগত বাহিৰত মোৰ সম্পৰ্কটো বেলেগ। বাধাৰ প্ৰাচীৰে আমাৰ মাজত ব্যৱধান ৰাখিছে।

দিনটোত এবাৰ, কাহানিবা দুবাৰ সিহঁতৰ ক্লাচ পাওঁ। এচৰতে কলেজটো। সেঁ ভাল লাগে। চাকৰী কৰিবলৈকে দূৰণিৰ পৰা আহোঁছি। আমনিৰ প্ৰশ্ন উঠাতো অনাৱশ্যক। জীৱনৰ পঁচিছটা বছৰ কেনেকৈ গুচি গ'ল নাজানিলো, বাকীবোৰো যাব কেনেবাকৈ।

ক্লাচ লওঁতে ছোৱালীবোৰে কৌতুহলী চাৱনিৰে চাই থাকে। গৌৰৱ অনুভৱ কৰো। আগেয়ে আমিও সেইদৰে প্ৰফেচাৰে লেকচাৰ্ দিওঁতে শুনি গৈছিলো। নিৰ্ব্বাক হৈ পৰিছিলো।

পঞ্চলিছ মিনিটৰ ক্লাচটো চাওঁতেই শেষ হৈ যায়। বুকুৰ মাজত বিয়পি পৰা মধুৰ অনুভূতিবোৰ লৈ হোষ্টেললৈ ফিৰি আহো। মোক শুনাই ছোৱালীবোৰে কিবাকিবি কয়—, "এই চিত্ৰা—,! স্নিগ্ধা বাইদেৱে - - - - - - - - - - - - -"। শেষৰখিনি মই নুশুনো, শুনিবো আৱশ্যক নাথাকে। কোমল স্নেহৰ কথা বোৰ যেন লাগি আছে সকলোতে।

"সেইদিনা - - - - - -, শেষ ৰাতি সপোনত সান্ত্বনাক দেখিলো। আশ্চৰ্য্য হলো। দিঠকতে বহুতদিন মনত পৰা নাছিল তাইলৈ। ভবাও নাছিলো অলপো। ৰাতি পুৱাবলৈকো দেৰি আছিল কিজানি, আকাশত উজলি থকা তৰাবোৰ দেখি অনুমান হয়। কৃষ্ণ-পক্ষৰ শেষ ৰাতিৰ জোনাকে পৃথিৱীত ৰূপৰ পোহাৰ মেলিছে। গ্লাচৰ খিড়িকী খনেদি ভালকৈ দেখি।

শিৰিষ জোপাৰ পৰা টিঙৰ ওপৰত নিয়ঁৰৰ টোপাল বোৰ পৰিছিল, মই শুনি থাকো।

"সান্ত্বনাই মোক সপোনত ফুল দিছিল, কিছুমান ৰঙা-নীলা ফুল।" "তোমাৰ ছন্দিত জীৱনত মোৰ মৰমৰ ফুল কেইপাহে প্ৰীতিৰ পৰশ বোলাওক"। তাই কৈছিল নাই নাজানো। কিন্তু কথাষাৰ মোৰ কাণত বাজি থাকিল। তাই আৰু কিবা কৈছিল। মই পাহৰি গলো। পাহৰা সপোন সোঁৱৰা হেনো ভাল নহয়। সৰুতে আয়ে কোৱা মনত পৰে।

দীৰ্ঘদিনৰ আগৰ কথা। আমি তেতিয়া ৩য় বাৰ্ষিক শ্ৰেণীত পঢ়ো। সান্ত্বনা ১ম বাৰ্ষিকত ভৰ্ত্তি হলহি। সিহঁতৰ গোটেই ক্লাচটোৰ ভিতৰত তায়ে ধুনীয়া। পঢ়াতো ভাল বুলি জানো। দীপাই আকৌ দিনটোত এবাৰ তাইৰ কথা নোকোৱাকৈ থাকিব নোৱাৰে। বিশেষকৈ দীপাই বোলে এদিন ঘৰত ককায়েকৰ লগত কাজিয়া লাগিছিল। পিছত কথাৰ পৰা কথা বাঢ়ি গল। অৱশেষত দদাখৰ মীমাংসা হলগৈ সান্ত্বনাৰ ধুনীয়া চকুজুৰিৰে। কাৰণ ককায়েকে দীপাৰ লগতে গোটেই ছোৱালীবোৰক বেয়া বুলি বিশ্লেষণ কৰিছিল—। তাই সান্ত্বনাৰ কথা কলতে গি মনে মনে থাকিল। কাৰণ ৰমেনে সান্ত্বনাক ভাল পাই বুলি অকল দীপায়ে নহয় ঘৰৰ সকলোৱে অলপ অলপ জানে।

"ছোৱালীয়ে ছোৱালীৰ প্ৰতি ইমান আগ্ৰহ—"। নিজে নাইঁহি গহীনত থকা কলেজৰ গোটেই ছোৱালী বেচ্টোৰ ভিতৰতে লেড্ লেডীয়া ওখ উমাই মত প্ৰকাশ কৰি কমন ৰুমত হাঁহিৰ খলকনি তুলিছিল।

সান্ত্বনাই একো খবৰ নাৰাখে। আহে আৰু ক্লাচ কৰি গুচি যায়। তাইৰ ধুনীয়া মুখখনেৰে সৰল ব্যৱহাৰবোৰ দেখি ছোৱালীবোৰে কি ভাবে নাজানো কিন্তু ললাবোৰেহে তাইক বিপদত পেলাই ভাল পাইছিল তাক জানো। একেলগতে পঢ়া ললাবোৰেই তাইক কাগজৰ টুকুৰাত, বেঞ্চত, অহা যোৱা কৰা বাটটোত জুৰ পাতি লৈ নানা ভাল বেয়া কথাৰে সমালোচনা কৰি অপ্ৰস্তুত কৰিছিল, বিনা প্ৰতিবাদে তাই কিন্তু দিনবোৰ কটাই দিছিল। নহলে অৱাৰতে কেতিয়াবা কান্দিছিল।

আজৰি সময়ত মই তাইৰ লগত কথা পাতো। কথা বতৰাতে ছোৱালী জনীৰ যে মনৰ দৃঢ়তা আছে

তাক বুজো। তাতে আমাৰ মৰখনৰ ভিতৰত মইয়ে আটাইতকৈ সৰু, — ছোৱালীৰ ভিতৰত। ভনী এজনীৰ অভাৱ অনুভৱ কৰো মাজে মাজে। তাইক ফুটাই কওঁ। সলজ্জ হাঁহিটি মাৰি তাই আঁতৰি যায়।

আমি বহুত কথাৰেই আলোচনা কৰো। হোষ্টেলত চিএৰি-বাখৰি স্ফূৰ্তি কৰি থকা নানা ঠাইৰ লৰালোৰৰ পৰা আৰম্ভ কৰি সবিতাৰ নতুনকৈ কিনা বগা, ৰঙা পাৰি দিয়া শ্বালখনলৈকে। হাঁহি খিকিন্দালিৰ মাজত কন্তেকলৈ পৃথিবীৰ মনোহৰ অংশটোকে আমাৰ মাজত আৱৰি ৰাখো। অন্যান্য অনুভূতি বোৰৰ তালৈ প্ৰৱেশ নিষেধ।

তাৰ পিছৰ — আৰু এদিন। দীপাই নতুন খবৰ এটা সকলোৰে মাজত প্ৰচাৰ কৰি দিলে। ৰমেনৰ লগত সান্ত্বনাৰ বিয়া। সি বি,এচ-চি পাছ কৰিছিল। নাৰিকল জোপাৰ কিনাৰত কমলা টেঙা খাই বহি থকা আৰতি সবিতাহঁত ওচৰ চাপি আহিল। "মিঠাই খুৱাই দে এতিয়াই,— বিয়ালৈযে বহুত দিন আছে"। এলিচে শলাত পাক দি দি কলে। অৰ্থসূচক হাঁহিটো লৈ দীপাই নীৰৱেই থাকিল। অনাগতৰ মুহূৰ্ত যেন তাই কিহবাৰ ভাৱত বিভোৰ হৈছিল। সকলোৰে অভিভূত হৈ তাইলৈকে চাই থাকিল। "বিডিং কমপ্লি" — কিবা এখন পঢ়ি ব্যস্ত হৈ থকা সান্ত্বনাক সুধিলো — কিহে বিয়ালৈ নামাতা নেকি —? লাজত ৰঙা চঙা পৰি তাই কাষতে বহি থকা বীণালৈ চালে —, উত্তৰত একোকে কব নোৱাৰিলে। ৰমেনৰ কথা ভাবিলো। লৰাটো নম্ৰ লগা, সান্ত্বনাৰ লগত বেচ মিলিব। সিহঁতৰ বিয়াৰ দিনা অজস্ৰ আশীৰ্ব্বাদ দিলো। নতুন জীৱনৰ যাত্ৰাপথ সফলতা ফুলেৰে উপচি পৰিবলৈ দাম্পত্য জীৱনত অমিয়া সুবাস বিয়পি পৰিবলৈ। ইত্যাদি - - - - - - - - - - । দিনবোৰ বৈ থাকে।

অনাকাঙ্খিত ভাৱে এদিন শুনিলো, কিবা অসুখত পৰি ৰমেনৰ মৃত্যু হৈছে। সিহঁতৰ বিয়াৰ তেতিয়া এবছৰ হৈ গৈছেহে। সান্ত্বনা কাষতে থকাহেঁতেন কি বুলি শান্ত্বনা দিলো হয় ভাবি নাপালো। প্ৰকাশ কৰি একোকে লিখিব নোৱাৰিলো। সান্ত্বনাৰ অজ্ঞাতেই সহানুভূতিবোৰ সৌৰৰণীৰ ৰন্ধ্ৰে ৰন্ধ্ৰে থাকি গল। ভাল-পাওঁ বুলি তায়ে এসময়ত স্নেহৰ, আন্তৰিকতাৰ বেশ দাল দাণ্ডি ধৰিছিল — আৰু ইমান দিনে যেন সি বিচ্ছিন্ন হৈ গৈছে সময়ৰ কঠুৰা, নিৰ্ম্মম পৰশত।

সান্ত্বনাৰ জীৱনৰ ছন্দত আলোকৰ সুৰ নাবাজিল। আৰতি কৰোতেই অমঙ্গলীয়া দীপশিখাদাল পুৰি গল। তেল দিলেও সি আৰু নজ্বলে। পিচৰ বছৰত বি,এ পাছ কৰি মই গুৱাহাটীলৈ গুচি আহিলো।

আজি তিনি চাৰি বছৰৰ মূৰত মনত পৰিছে। তাকো সপোনৰ মাজেদিহে, নিজৰ ওপৰতে বিৰক্তি ওপজে। ইয়াতে সান্ত্বনাহঁতৰ ঘৰ আছে। তাই আছেনে নাই কব নোৱাৰো। চিনাপৰিচয়ৰ যোগসূত্ৰ দালেই চিঙি পেলাইছে। যাবলৈ মনটো কেনেবা লাগে।

ৰাতি পুৱাইছিল, — "ৰাইদেউ ! ৰাইদেউ !" অপৰ্ণাহঁতে দুৱাৰত টুকুৰিয়াই যায়। সিহঁত হয়তো কুৰ্লীৰ মাজে মাজে জাৰবোৰ গচকি বৰপুখুৰীৰ পাৰলৈকে ফুৰি আহিছে।

পুৱা ফুৰা মোৰো অভ্যাস আছে। আজি আৰু যোৱা নহল। ৰাতি শেষৰ সপোনে মোক পাহৰা দিনলৈ লৈ গৈছিল।

- - - - - - - আধালিখা বহীখন উলিয়াই লওঁ। 'জীৱন উপলব্ধিৰ' গীতানত কিবা এটা পঢ়িছিলো, বেদান্তৰ মতে মানৱ জীৱন মায়া, প্ৰহেলিকা। এই মায়া-মোহৰ পৰা মুক্ত হৈ কালাতীত পৰমব্ৰহ্মত লীন হোৱাই মোক্ষ। এয়ে জীৱনৰ নেতিবাচক দৰ্শন। কিন্তু কবিগুৰু ৰবীন্দ্ৰনাথ এই ক্ষেত্ৰত বিৰুদ্ধবাদী। তেওঁৰ মতে জীৱন একেবাৰে চিৰসত্য। তাত মায়া নাই মোহ নাই, দ্বেষ নাই, তাত চিৰসুন্দৰৰ মূৰ্ত্তিময়ী, আভা। সেয়ে তেওঁ গাইছিল —

"মৰিতে চাহিনা আমি সুন্দৰ ভুবনে,
মানবেৰ মাঝে আমি বাচিবাৰে চায়।"

তেওঁৰ সাধনাত জীৱনৰ এটা স্বৰূপ সত্য প্ৰকাশ পাইছিল।" দুৱাৰ খন খোলি সান্ত্বনা আৰু এজনী সৰু ছোৱালী সোমাই আহিল। লিখা বা পঢ়া আৰু একোৱেই নহল।

তাইক বহিবলৈ আঙুলিয়ালো। মুখৰ পৰা একো কথাই নসৰিল। সপোনৰে এইদৰে হাতে হাতে ফলিয়াব পাৰে আগতে প্ৰমাণ পোৱা নাছিলো।

ক্ষীণ মধুৰ হাঁহিটি মাৰি সান্ত্বনাই একো পাতনি নেমেলাকৈ পুৰাব স্বাগত সম্ভাষণ জনালে। গাম্ভীৰ্য্য নৰখাকৈ কলো, "করুণাময় প্ৰভুৱে তোমাক মঙ্গল কৰক"। বুঢ়া মানুহৰ দৰে অতৰ্কিতে কথাষাৰি ওলাল, কামে আমাক সময়ত বয়সতকৈও বুঢ়া কৰি পেলায়। চকুৰ পলক নেপেলোৱাকৈ তাইলৈ চাওঁ। আগতকৈ তাইক মোৰ বেছি সৌন্দৰ্য্যময়ী যেন লাগে।

সান্ত্বনাৰ শোক আৰু বেদনাক যেন যৌৱনে উপহাস কৰিছে। শেৱালী ফুলৰ দৰে সৰস, তেজাল ফুল এপাহৰ দৰে তাইৰ মুখখন। মোক মনে মনে থকা দেখি তাই কলে— "তুমি নোযোৱাই, তুমি ইয়ালৈ আহিলা বুলি শুনাৰে পৰা আহিবলৈ বৰ আগ্ৰহ হৈছিল। সৌভাগ্যবোৰ আনি নভবাকৈয়ে সময়ত আহে, ক্ষমা কৰিবা সেই দোষ হলে"— তলমুৰকৈ সান্ত্বনাই ক'লে।

"ক্ষমানো কিয় কৰিব লাগে, তুমিতো মোৰ কামত কোনো দোষ কৰা নাই, বৰঞ্চ মই কৰিছো। ক্ষমাৰ প্ৰশ্ন উঠে দোষ কৰাৰ পাচত"— আপোন হবৰ চেষ্টা কৰি মই কলো— বাহিৰ জগতখনক সান্ত্বনাই বোলে কম দেখা হৈছে আজি কালি। স্কুলত কাম কৰে, সৰু সৰু নৰা ছোৱালীহঁতৰ শিশু মনবোৰৰ মাজত আবদ্ধ হৈ আছে তাইৰ কাম আৰু আজৰি। কিমান যে কথা কৈছে সান্ত্বনাই। আগেয়ে কিবা এটা কব লগা হলেই আকঁৰী জনীৰ দৰে বিমোৰত পৰিছিল।

উত্তৰত কলো— "ঈশ্বৰৰ ইচ্ছা সান্ত্বনা। তোমাৰে মোৰে কৰিব লগীয়া একোৱেই নাই।"— মোক বাধা দি তাই কৈ উঠিল— "এবা বাইদেউ! জীৱনলৈ আমাৰ বৰ মোহ। আমাৰ সন্ধানী চকুত হাজাৰ হাজাৰ আশাৰ সপোন। নীল আকাশত ভৰাই পতা দীপালিৰ দৰে মৰি মৰিও আমি যেন জীয়াই থাকিম, যুগে আমাৰ দৰে বিধবাবোৰৰ কাৰণে বহুত ব্যৱস্থা ৰাখি থৈছে। কিন্তু সেইবোৰ আদৰি লোৱা সকলোৰে কাৰণে সমানে সহজ নহয়। পৃথিৱীত আমাৰ কাৰণে এক শ্ৰেণীৰ মানুহ আছে। তেওঁলোকে বুজে— বুজাই দিবৰ চেষ্টা কৰে। প্ৰেম করুণাৰ মাজতেই আমাৰো স্থিতি। আমাৰ প্ৰাণত পাচখন মহাসমুদ্ৰৰ বান। সীমাহীন স্বপুৰ স্বৰূপ দাবী। তুমিও নাৰী বাইদেউ! তুমি নুবুজিবানে তাৰ অভিব্যক্তি"— সান্ত্বনাই কৈ যায়— মই ভাবো। তাই মোক আজি খুব আপোন ৰূপে পালে। অন্তৰৰ সকলোখিনি যেন কৈ শেষ কৰিব। পাৰভঙা মৰমৰ সোঁতে মোক উৰাউল কৰি তোলে। মন্ত্ৰমুগ্ধৰ দৰে শুনি যাওঁ। উপলব্ধি কৰিবলৈ শঙ্কা হয়। সেই কম কথা কোৱা ছোৱালীজনীয়ে আজি যেন এঘন্টাৰ ভিতৰতে হিয়াৰ তলিৰ ক্ষতবোৰ কুমেৰুৰ পৰা সুমেৰুলৈকে বিয়পাই দিব। সেইবোৰে অলপ দেৰিৰ পাছত বিষুবক ছেদ কৰা দ্ৰাঘিমা ৰেখাত প্ৰতি-ধ্বনি তুলিব।

'বাই' জনীয়ে চাহ লৈ সোমাই আহে। তাই মোৰ আলহীক আগতে এবাৰ ভুমুকিয়াই চাই গৈছিল। আমি আমাৰ নিত্য বৰ্ত্তমানৰ অৱস্থালৈ আহি পৰো। সান্ত্বনালৈ চাওঁ তাইৰ মুখত ব্যৰ্থতাৰ ছাঁ। জীৱনৰ অশান্ত গতিটোক প্ৰতিৰোধ কৰাৰ আপ্ৰাণ চেষ্টা তাইৰ চকুত। অস্থিৰতাৰ পৰা নমাই আনি তাইক চাহ খাবলৈ দিওঁ।

'Clim' গাখীৰৰ টিনটো খুলি ছোৱালীজনীক গাখীৰ এগিলাচ দিওঁ। 'বাই' জনীয়ে গৰম পানী দি তেতিয়া গুচি গৈছে।

আমাৰ চাহ খোৱা শেষ হয়।

"তুমি কিবা প্ৰয়োজনৰ কথা কৈছিলা সান্ত্বনা" মৰমেৰে তাইক কলো।

"কম বাইদেউ"— তাই কৈ গ'ল, ৰুবীয়ে চাইছিল। ৰুবীয়ে হয়তো আমাৰ কথাবোৰ শুনি আমনি পাইছিল। "যাম সোণ অকণমান --------", তাই ৰুবীলৈ চালে, ৰুবীয়ে কিজানি সময়ত কথাকে সোঁৱৰাই দিছিল।

"তুমি মোক পাগলী বুলি ভাবিছা নিশ্চয়, কিন্তু কি কৰিম কোৱা, এইখন চাই দিবা সেই।"— মিনতিৰ সুৰে তাই মোক কলে।

হাতপাতি বহীখন ললো। এখন সৰু কবিতাৰ বহী। মোৰ ভাল লগা স্থলি কবীৰ সতে সান্ত্বনা ওচি গল। আগবঢ়াই থলো অলপ দূৰত। নিয়ঁৰে ধোৱা বাটটোৰেদি তাই দূৰণিত নাইকিয়া হৈ গল। উদ্ধত অনন্ত বিস্ময় লৈ অসীম আকাশখনেও যেন তাইক চাই আছে।

মোৰ সৰু কোঠাটোলৈ আকৌ সোমাই আহো। বগা কুঁৱলীবোৰ কালি ওলাই অহা ন'দক আজি আনদিনাৰ দৰে মিঠা নালাগিল।

আৰবা উপন্যাসৰ কাহিনীবোৰে, ৰাজস্থানৰ বীৰত্বৰ গল্পবোৰে; পুৰাণৰ অলৌকিক মাধুৰে 'কপৌজোতি' চিনিক্ত সান্ত্বনাই শিশুহৃদয়ক মোকোঁহ যোগাইছিল। অৱশিত আনন্দই চৌৰাই দিছিল তাইক। সেইবোৰ মই আগতে পঢ়িছিলো।

ছাপনুটা সৰু ডাঙৰ কবিতাৰ এখন বহী। দুটামান চাই জপাই থওঁ। কলেজলৈ যাবৰ হয়।

গা ধুবলৈ যাওঁতে ভাবো। শান্তিয়ে জীৱনক মেৰাই ধৰাতোকে আমি বিচাৰো। তাৰ কামনাতে আমি অধীৰ হওঁ সকলোৱে।

আৰু সান্ত্বনা—তাইৰ যৌৱনৰ সাতৰঙী ৰামধেনুৰ ৰোলবোৰ উমাব পৰা সন্ধ্যালৈকে সকলোৱে ম্লান কৰি পেলাইছে। নিষ্প্ৰভ কৰি দিছে।

সান্ত্বনাৰ জীৱনত স্থিতিৰ দৰ্শনৰ কঁপনি, আৰু আমি সকলোৱেই স্থিতিৰ কাৰণেই অনাদিকালৰে পৰা অগাধানা চেষ্টা কৰি আহিছো। সেয়ে কবিতাত তাইৰ কামনাৰ পূৰ্ণ প্ৰতিচ্ছবি। তাত পৃথিবীৰ নীলাবোৰ তাই থাকিব দিদিয়ে। দূৰে দূৰে চাৰি হোৱাৰ দৰে একেবাৰে সত্য। ভাজ নাই। কতো কালিমা নাই অকণো।

-------- দিনৰ পাচত মাহবোৰ বাগৰি যায়। কেলেণ্ডাৰৰ পাত লুটিয়াওঁ। ছটা মাহ পাৰহৈ গৈছে। এইকেইদিনত সান্ত্বনাৰ লগত কমেইহে দেখা হৈছে। তাইৰ কবিতাবোৰ আদিৰ পৰা অন্তলৈকে পঢ়িলো। কোনোদিনে নোপোৱা সোৱাদ এটা আবিষ্কাৰ কৰিলো। নিৰাশাবাদৰ কবিতা, সেইটোৰেইতো স্বাভাৱিক। বহীখন ৰাখিবৰ দিনাই মই তাক ভাবিছিলো। আচৰিত হৈ গলো, তাইৰ কাবিক সৌন্দৰ্য্য প্ৰকাশ কৰিব পৰা অভিনৱ অনুৰাগ দেখি। বাস্তৱিকতে— অভাৱতহে প্ৰেৰণাৰ আগমন। তাইক উৎসাহ দিলো। অভিনন্দন জনালো। কিতাপখন ছপাবলৈ সান্ত্বনাই ব্যৱস্থা ললে। মৰে নামটো জুকিয়াই ঠিক কৰি দিলো। "বগা ফুল"—। বগা ফুলৰ গৌৰৱে তাইৰ ধুনীয়া মুখখন আৰু বেচি আকৰ্ষণীয় কৰি তুলিছিল। সেইবোৰ মই নাপাহৰো। থাকি থাকি মোৰ তাইলৈ মনত পৰে।

------ ঘৰৰ পৰা আয়ে চিঠি লিখে। বিয়াৰ যোগাৰ চলিছে। ভালো নালাগে বেয়াও নালাগে। প্ৰধান কথা হলেও বিয়াটো নহলেও একো বিশেষ নহয় বুলি ভাবি আছিলো। আই পুৰণা ৰীতিৰ মানুহ। বাবা হৈহে তেওঁ মোক পঢ়াইছিল। বুজিলো, এইবাৰ আৰু কোনো যুক্তিয়েই নাখাটে। প্ৰতিবাদ কৰিবলৈও সাহে মুকুলালে।

পঢ়াশুনাৰ মাজতো গৃহস্থালীৰ প্ৰয়োজন। বাদ দি বধা কথাটো আজি ভাবিলো।_ সকতেই বিয়া হৈ যোৱা ছোৱালীবোৰৰ শিৰৰ সেন্দুৰে কাহানিবা নিজকে দকৈ ভাবিবলৈ বাধ্য কৰে। পাছ মুহূৰ্ততে সান্ত্বনাৰ জীৱনে মোক কপাই তোলে,—একোকে ভাবিব নোৱাৰা হৈ পৰো।

অৱশেষত সেই দিনটো চমু চাপি আহিল। মুকুলে মোক নিবলৈ আহিছে। হোষ্টেলৰ আটায়ে দুই এটা কৈছে। মুকুল মোৰ সৰু ভাই। তাৰ আগত মোৰ লাজ লাগে। সি ছাগৈ তাৰ বিয়া দিব খোজা বুঢ়ী বায়েকজনীৰ কথা নভবাকৈ থকা নাই। কালিলৈ আমি যামগৈ। কাম কথা বেচিদিন হোৱা নাই। তথাপি মমতা। চাৰিওফালৰ পৰা যেন যোৰহাটখন সৰু হৈ চমু চাপি আহিছে মোৰ ওচৰলৈ।

দৈনন্দিন জীৱনৰ ইতিহাসে মোক আগুৰি ধৰে। ছোৱালীহঁতৰ প্ৰাণখোলা হাঁহি ভক্তি সকলোকে নেওচি যাবলৈ লাগিব। বিদায়ৰ আকৰ্ষণে মোক দুৰ্ব্বল কৰি তোলে।

কোনো অসমীয়া ছোৱালীয়ে বিয়াৰ পাছত স্বাধীন হৈ নাথাকে। থাকিব নোৱাৰে। সিহঁতৰ মনৰ স্বাধীন ভাবধাৰাও শেষ হৈ যায় অৱশেষ নথকাকৈ। ৰামায়ণত বাল্মীকিৰ প্ৰতিভা অমৰ হৈ থাকিব যুগে যুগে। ব্যাসৰ মহাভাৰতো সময়ে প্ৰাচীন কৰি পেলাইছে। আমি প্ৰতিবিম্ব হবই লাগিব। নতুন এখন মহাভাৰতত অথিৰে সক্ৰিয় অংশ গ্ৰহণ নকৰিলেনো কোনে কৰিব। মুকুল শুইছে। তাৰ এইকেইদিন কিজানি আজৰিয়ে নাই। সি মহা হলেও হব হেতেন। কিন্তু এইবাৰ দেখো মুখৰ পৰা সেইদৰে নোলাল। ক্ষমতা থাকিলেও এতিয়া নোৱাৰো। কোনোবাই যেন কিবা ভাবিব। নকলেও কিবা কব। সন্দেহ কৰিব। বিয়াৰ পাচত অৱশ্যে বেলেগ। দুখ লাগিল, কেনেকৈ ইমান নীৰস ভাবে মনত ঠাই পালে।

অনাগতৰ অতিথি জনলৈ মনত পৰিল এইবাৰ। তেওঁৰ লগত চিনাকি থাকিলেও প্ৰাণৰ চিনাকি হোৱা নাই কাহানিও। বিপৰীত ধৰ্মীৰ দৰে তেওঁ লগত মোৰ ভাবৰ খাপ কোনোদিনে খোৱা নাছিল। 'বাছেলে' তেওঁৰ "Scientific out look" খনত বিজ্ঞানে সমাজ আৰু কবিতাৰ ওপৰত কেনে প্ৰভাব বিস্তাৰ কৰিছে তাকে ব্যাখ্যা কৰি তেওঁ মোক শুনাইছিল। তাৰে কিছুমান বুজিছিলো আৰু নুবুজাবোৰ আজি বুজিছো।

তেওঁৰ ওচৰত বিজ্ঞান সম্বন্ধে মোৰ একোকে মজনা যেন লাগিছিল। নিউটনৰ মধ্যাকৰ্ষণ শক্তি, আৰ্কিমিডিছৰ সূত্ৰ আৰু পদাৰ্থ বিজ্ঞানৰ দুই এটা বিষয়, তাৰ বাহিৰে একো স্মৰণ নহৈছিল। সেইবোৰ কেবা বছৰবো আগৰ কথা। তেওঁ বিজ্ঞানৰ মাজেদি বেচি কৰি কোৱা জীৱনটো মোৰ কঠুৱা লাগিছিল। দিকক্তি নকৰি শুচি আহিছিলো। মুকুলে বাগৰ সলায়। 'বাগধন' গাৰ পৰা আতৰাই দিয়ে। ফাগুনৰ সেলেকা গৰম। সি মোক বহি থকা দেখি সুধিলে। "বহিয়ে আছবে"—বেচি ৰাতি হোৱা নাই অ'—! ৰাতি হোৱা নাই কাৰণহে যে মই শোৱা নাই। সেই কথাটো তাক বুজাব খুজিলো। সি আকৌ শুই থাকে।

"আইনষ্টাইন মৰিলত তেওঁৰ প্ৰতিভাৰ কথাৰে বাতৰি কাকতবোৰ মুখৰিত হৈ পৰিল"। তেৱেঁ৷ কিবাকিবি লিখিলে। তেওঁৰ সাধনাৰ মাপকাঠি মই পোৱা নাছিলো। কামলৈ শুচি আহোতে আইৰ লগতে তেৱেঁ৷ মাৰ দিন খুজিছিল। তাৰ উত্তৰত মই কৈছিলো "তেন্তে ইমান টকা পইচা খৰচ কৰি পঢ়াৰ মূল্য কত"? কৰুণাত আৰ্দ্ৰ হৈ উঠা চকুজুৰি লৈ আই শুচি গৈছিল, অবিবাহিতা বিশেষকৈ দুৰ্গন্ধিত কামকৰা, আই খঙত টিকচি-বিকচি উঠিছিল। পিচত দেখিলো মোৰ কথাই ব'ল। শেতা হাঁহিটো লৈ মুকুলে মোক যোৰহাটৰ নতুন ছোৱালী কলেজৰ হোষ্টেলত থৈ গল। আইৰ আদৰণীয় মুখখনটো মনত পৰিলেই শ্ৰদ্ধাবোৰ নিগৰি গৈছিল আপোনা আপুনি। হ'ক তেওঁ। আইৰ মনৰ চিন্তা দূৰ হব। শেষত হৈ তাকে পালোহেঁ আৰু তেওঁ—এজন বাহিৰা মানুহ। কিন্তু এতিয়া স্বামী। জীৱনৰ পৰাকী মই যেন সেও হৈ গৈছো। সকলোৰে একত্ৰীকৰণৰ ভাব এটা পৰিস্ফুট হোৱা দেখো।

- - - - - - - - - - - - - বিয়া হৈ যোৱাৰ পিছত। কাম কৰিম বুলি স্বামীৰ লগত পৰামৰ্শ কৰো। এইদৰে থকাতো আৰু অসম্ভৱ। বহিজগতৰ মাজভাগ পোৱা মনটো বাৰু হঠাতে ঘুৰাই আনো কেনেকৈ, সীমা নাপালেও ক্ষতি নাই। কিন্তু - - - - - - - - । স্বামী গৃহীন হৈ থাকিল, পিচত কলে, মোৰ কামৰ সুবিধা গুৱাহাটীত নহলে তেৱেঁ৷ যোৰহাটলৈ যাব। তাত ভাল সুযোগ পাবৰ আশা আছে। ভাৱবোৰ আতৰি গল মনৰ পৰা।

বিয়াৰ উপহাৰৰ কিতাপবোৰ মুকুলে চাইছিল। তাৰ সেইদিনা কলেজ নাই। ময়ো ওচৰচাপি কিতাপবোৰত ওপৰে ওপৰে চকু ফুৰাওঁ। বাহিৰত কোনোবাই মাতে।—পিয়ন। মুকুল ওলাই যায়।

টেলিগ্ৰাম খন হাতত লৈ সান্ত্বনাৰ কথা ভাবো। মুকুৰ অসহ্য যন্ত্ৰণা লৈ তাই মিচনৰ কোনোবা এখন বিচনাত পৰি আছে। ভাবিবলৈ মন নাযায়। 'চিৰিয়াছ'— লেডী ডাক্তৰণীয়ে টেলিগ্ৰাম কৰিছে। মুকুলক কলত সি নিৰুপায়ৰ দৰে চাই থাকে। সি আলমাৰীটোৰ পৰা "ৰঙাফুল" খন উলিয়াই মোৰ

চকুৰ আগত দাঙি ধৰে " মৰমৰ বাইদেউলৈ ভক্তিৰ চিন স্বৰূপে মোৰ এই ক্ষুদ্ৰ 'বগাফুল' দিলো"। "এই সন্তানাই নেকি তই কৈ থকা সান্তনা" — সি সুধিলে; মই ও বুলি শলাগিলো, কিন্তু তাইৰ বাচনি যোগ্য জনত নপৰিল যেন লাগিল। যাৰ পৰা সাতৰি তাই কবিতা লিখাৰ প্ৰয়াস পাইছিল তাৰ বুকুতেই এই ফুলৰ পৰিমল বিকশিত হবলৈ তাই অৰ্পণ কৰিব লাগিছিল। অভাৱনীয় কিবা এটা চিন্তাই মোক আকুল কৰি তুলিলে। একো নকৈ মুকুল ওলাই গল।

................ পোন্ধৰ দিনৰ পিচত। একো খবৰেই মই সান্তনাৰ পৰা পোৱা নাই। আশঙ্কাৰ কঁপনিত কঁপি উঠো মাজে মাজে। উপাই হলে নাপাওঁ। মই যাব নোৱাৰিলো। যোৱাটো ভাল নেদেখায়। অন্তৰৰ দাবীবোৰ বিনাপ্ৰতিবাদে এৰি দিবলৈ টান পাওঁ কিন্তু সেয়ে কাৰ্য্যত হৈ উঠে।

আজি যাম। লগত যাব স্বামী। মুকুল। তাৰ ইন্টাৰমিডিয়েটৰ টেষ্ট হৈ গৈছে। তাৰ লগতে আদৰ্শ চিন্তা আৰু আগৰদৰে সকলোবোৰ। তথাপি নিজকে নতুন পৃথিৱীৰ মানুহ যেন লাগে। যোৰহাটলৈ পৈ আগৰ দৰে ভাল নালাগে। সান্তনাৰ খবৰ লবলৈ আগ্ৰহ কৰো।

সান্তনাৰ ঘৰলৈ যাওঁ। কন্দীয়ে পেহীয়েকৰ পাহৰিব নোৱাৰা কথাবোৰ কৈ কান্দে। মই তাইক বুজাবলৈ শক্তি হেৰুৱাই পেলাওঁ। আহিবৰ সময়ত নবৌয়েকে কান্দে। উচুপি উচুপি কান্দে, এজনী মাত্ৰ ননন্দকক তেওঁ হেৰুৱাই পেলোৱাৰ কাৰণে কান্দে। প্ৰথমে অলপ বুকুত বিষ, তাৰপাচত জ্বৰ, তাৰপাচত সু-চিকিৎসাৰ কাৰণে মিচন হস্পিটেলত ৰখা। শেষত একেবাৰে তাই গুচি গৈছে। তেওঁ স্পষ্টকৈ একোকে কব নোৱাৰা হয়। এটা শহীন অস্বস্তিকৰ পৰিবেশৰ পৰা এবাই ঘৰলৈ গুচি আহো। বাটত মুকুল আৰু মই। আমাৰ মুখত শব্দ এটাও নুফুটে। সিও কিবা ভাবি নীৰবে আহি থাকে। শিলগুটিবোৰ আমাৰ ভৰিৰ খোজত বাগৰি দূৰলৈ যায়। মোৰ কন্দীজনীলৈহে মনত পৰে, কিবাবোৰ বিবিকি-বিদাবি তাই কনেম আৰু সান্তনাৰ ফটোখনৰ কাষত থিয় হৈ আছিল। কিমান আহলী তাই। মোৰ হাতত সান্তনাই মোলৈ লিখি থোৱা চিঠিখন। মৃত্যুমুখী প্ৰাণৰ সকলো দি পৃথিৱীত শেষৰ দিনা লিখা চিঠি।

মন পাওতে আন্ধাৰ হৈছিল। সান্তনাই লিখি গৈছে। "আজি মোৰ সকলোবিলাকে মনত পৰিছে। কোনে কয় দুখৰ পৃথিৱী। স্নান হবৰে পৰা চিনি পোৱা আলিটিকে কাষলৈ আনি চিৰবিদায় লবৰ ইচ্ছা হৈছে। মই জানো, সিমান ভাগ্য মোৰ নাই। তথাপি ভাবো, মই আজি সঁচাকৈয়ে সুখী। মৃত্যুত ইমান নিবিড় সুখ আছে বুলি আগে ভবা নাছিলো। মোৰ সকলো কথা, কাম ইমান দিনে শেষ হৈ গৈছে। বাকী আছে শেষৰ পালাটো। তুমি বেয়া পাইছা ?—নহয় তুমি মোক বেয়া কোনোকালেই পোৱা নাই। আজিনো কেনেকৈ পাবা। মই সেই আগৰে সান্তনা বোলা ছোৱালীজনী। আৰু তুমি বাইদেউ। তুমি অধ্যাপিকা, মোৰ দৰে বহুত ছোৱালীৰে বাইদেউ তুমি। একেটা কথাকে দকৈ ভাবি ভাবি মোৰ বোলে এনে অসুখ হৈছে। নাক আৰু নাভাবো নহয়। কালি সন্ধিয়া নাৰ্চজনীয়ে মোক হাতত ধৰি সেউজীয়া বননিখনৰ ওপৰত ফুৰাই আনিছিল। সেয়ে পৃথিৱীত শেষ ফুৰা বুলি মাদকতা অনুভৱ কৰিছিলো।—যিমান গভীৰ মাদকতা কোনো জীয়াই থাকিব বিচৰা মানুহে নাপায়। মোৰ 'বগাফুল' তোমাকে দিলো। তুমিয়েই তাৰ যোগ্য। মোৰ প্ৰাণৰ লগত চিনাকি হব বিচাৰিছিলা তুমি—নাইহোৱানে? তোমাৰ উদ্দীপনাই মোক আৰু আগবঢ়ালে হেতেন। কিন্তু নোৱাৰিলো, সিপুৰীৰ মমতাই মোক অন্ধ কৰি পেলালে।

সন্ধিয়াৰ পৰা নাৰ্চবোৰ মোৰ ওচৰলৈ বেচিকৈ আহিছে। কালিৰে আধালিখা চিঠিখন শেষ কৰিবলৈ মই বৰ বাধা পাইছো। ডাক্তৰে মোক একো গোধা নাই। মইযে আজি কিমান কথাৰেই উত্তৰ দিব পাৰো। এনে অসুখ এটা আগতে হব বুলি বা হ'ক বুলি ভুলতো ভবা নাছিলো। নবৌইত সদায় আহে। প্ৰতিদিনে মায়ে যেনেকা চকু জুৰি লৈ উভতি যায়। মোৰ চকুৰ আগৰ পকাৰ বেৰবোৰত যেন মৰমৰ কথাবোৰ থাকি গৈছে। ৰাতি দুই বজাতো যেন মই সাংঘাতিক ৰোগীবোৰৰ কাষে কাষে এপাক ফুৰি আহিব

পাবিম এনে লাগে। লেডী ডাক্তৰণী অলপ আগতে মোৰ কোঠাৰ পৰা জেনেৰেল ৱাৰ্ডলৈ গৈছিল। হঠাৎ ফিৰি আহি তোমাৰ কথা সুধিলেহি। সকলো মুখৰ পৰা ওলাই গল। তুমি যেতিয়া এই চিঠিখন পাবা তেতিয়া মই কত থাকিম মই নিজেই কব নোৱাৰো। মোৰ চকুৰ আগৰ সকলোবোৰক ধাকি উজ্জল জ্যোতি এটা বিৰিঙি পৰিছে। সেইবোৰ আকাশতে যেন শেষ হৈ গৈছে। আৰু নিলিখোঁ, লিখা নহ'বও পাৰে —, কালিলৈয়ে বা কি ঠিক। ইয়াতে মোক জোৰেৰে শুৱাই দিছে —। সৰল মুখৰ এই পাহাড়ী ছোৱালী কেইজনীক আজি মোৰ ধুনীয়া বোধ হৈছে। মৰণেৰে— "তোমাৰ 'সান্ত্বনা'।"

চিঠিখন ভাজ কৰি 'ৰঙাফুল' খনৰ মাজতে ভৰাই থওঁ। বাহিৰৰ আন্ধাৰৰ মাজৰ বতাহবোৰ মোৰ ভয় লাগে। বাটৰ দ'াতিৰ লাইটবোৰে তথাপিও আন্ধাৰ বোৰক যোগ বিয়োগ কৰি জ্বলি আছে। মাটিৰ মায়াত আৱদ্ধ মই। মোৰ পথ এতিয়াও তমাছন্ন। সান্ত্বনাৰ দৰে স্নিগ্ধ আৰু গভীৰ নহয়। আত্মবেদনাত ভুমুৰি মৰা প্ৰাণত জ্যোতিৰ ৰূপ দি তাই ওচি গৈছে পৃথিবীৰ সীমা পাৰ হৈ, কোনোবা অদৃশ্য ৰূপলোকলৈ। কিন্তু থাকি গৈছে তাইৰ ব্যৰ্থতাৰ ইতিহাস। বিষাদৰ মাজেদি প্ৰতিষ্ঠা কৰা ছাপন্নটা কবিতাৰ অফুৰন্ত সৌন্দৰ্য্য।

সান্ত্বনাৰ মৰণত প্ৰকাশিত ছাপন্নটা কবিতাৰ 'ৰঙাফুল' —৫৬' চনৰ বুকুত সোমাই পৰিব। তাৰ পাচৰ চনবোৰেও তাইক আদৰি লব। আৰু তাৰ চৰম পৰিণতি তাই আনে নেদেখাকৈ উপভোগ কৰিব। সান্ত্বনাৰ ব্যথিত হিয়াৰ কঁপনিয়ে মোৰ মনত প্ৰতিধ্বনি তুলিছিল তেতিয়া। তাই হাঁহিছে —, আগৰদৰে কেতিয়াও নাকান্দে। তাইৰ হাঁহিত পৃথিবীৰ ৰঙা নীলা ফুলবোৰেও হাঁহিছে।

এটা দুটাকৈ চিমিকি চিমিকি জ্বলি উঠা তৰাবোৰৰ ক্ষীণ আলো গিচৰতি হৈ পৰে দূৰৰ পৰা বহুত দূৰলৈ।

---

# সম্পাদকীয়—

## *অসমৰ বাহিৰে ভিতৰে ঃ—*

আমি আন্তৰ্জাতিক বা সৰ্ব্বভাৰতীয় সমস্যা সমূহৰ কথা নকওঁ আজি আমাৰ অসমৰ সমস্যা সমূহেই বেছি হৈ পৰিছে। ভাৰতৰ বিভিন্ন সমস্যা সমূহৰ ভিতৰত অসমৰ সমস্যা সমূহো এৰিব নোৱাৰা ধৰণৰ। অসমৰ সমস্যাই আজি অসমীয়াক বিব্ৰত কৰি তুলিছে। অসমে কেবাটাও সমস্যাৰ সন্মুখীন হব লগা হৈছে। বাৰিষাৰ লগে লগে বানপানীৰ ভয়াবহ দৃশ্য ভাহি উঠে। ১৯৫০ চনৰ ভূমিকম্পৰ তাণ্ডৱ জোকাৰণিৰ সময়ৰ পৰাই আমাৰ নৈৰ বিলাকৰ গতিনিৰ্দ্দি মিমান সাল-সলনি ঘটিল তেতিয়াৰ পৰাই আমাৰ বানপানীৰ ধ্বংস লীলা বেছি হৈ উঠিল, আৰু ঘৰ-বস্তুৰ ধ্বংস কৰি যোগাযোগৰ বিচ্ছিন্ন ঘটাই আতঙ্কৰ সৃষ্টি কৰি আহিছে। প্ৰত্যেক বছৰে অসমীয়াই এনে ধ্বংস লীলা আগত লৈ উন্নতি পথত আগুৱাব পৰাটো অসম্ভৱ হৈ পৰিছে। এয়ে নহয়, — বানপ্ৰপীড়িতক সংস্থাপন কৰা সমস্যাইও বেছি বিমুৰত পেলাইছে। অসমৰ এই সমস্যা দূৰ নহলে অসমৰ আৰ্থিক অৱস্থা দূৰ কৰা দূৰৰ কথা অসমীয়াৰ আত্ম প্ৰতিষ্ঠাৰ ভেটি গঢ়ি তোলাৰ শক্তিও লোপ পোৱাৰহে সম্ভৱ। আমি আশাকৰো নদীনিয়ন্ত্ৰন পাণ্ডুলিপিয়ে আমাৰ এই সমস্যা দূৰ কৰি অসমৰ সম্পদ বৃদ্ধি কৰাত সহায় কৰে।

কেৱল যে বানপানীৰ সমস্যাই অসমক জুৰুলা কৰিছে এনে নহয়, ভূমি সমস্যাই ও অসমীয়াক বিপাণ্ডত নেপেলোৱা নহয়। অসমৰ খিলঞ্জীয়ালোকে আজি মাটিৰ কাৰণে হাঁহাকাৰ কৰিছে। কিন্তু আনহাতে মিছাতে অসমক চহকী বোলাই হেজাৰ হেজাৰ ভগনীয়াক সুবিধা যতাইছে। এনে অৱস্থাত অসমীয়াই মাত মাতিব নোৱাৰে, এখাৰ মাত দিলেও প্ৰাদেশিক মনোবৃত্তিৰ দোষাৰোপ অসমীয়াৰ ওপৰত আছেই। এফালে ভগনীয়াৰ হেঁচা আনহাতে বান-পানীৰ ধ্বংস লীলা — এনে অৱস্থাত আজি অসমীয়াই ধৈৰ্য্য ধৰিবলৈ অপাৰগ। অসমৰ খেতিৰ উপযোগী মাটি লেখত হলেও জোখত নাই। যি অলপ উপযোগী মাটি আছে, তাকো চৰকাৰে সুব্যৱস্থাৰে বিতৰণৰ কাম হাতত লোৱা নাই। বিদেশী শাসনে অসমীয়াক জুৰুলা কৰিব পাৰে, কিন্তু আত্মপ্ৰতিষ্ঠাৰ শক্তি লোপ পোৱা নাই। চৰকাৰে যদি উচিত পন্থা হাতত লৈ ভূমি সমস্যাও দূৰ কৰে, অসমীয়াই অসমৰ তথা ভাৰতৰ দৰিদ্ৰতা নিবাৰণত সহায় কৰিব পাৰিব।

আজিকোপতি সমাধা নোহোৱা আন এটা সমস্যা হল নগাপাহাৰৰ সমস্যা। ই কেৱল নগা পাহাৰৰে সমস্যা হৈ থকা নাই, অসমৰ তথা সমগ্ৰ ভাৰতৰ সমস্যা হৈ পৰিছে। উগ্ৰপন্থী নগাৰ উগ্ৰ আচৰণ দিনক দিনে চৰিছে গৈছে। নগাসকলৰ এই উগ্ৰ আচৰণক আমি গৰিহণা দিওঁ। তেওঁবিলাকৰ এনে আচৰণে স্বায়ত্ত শাসনৰ বাবে বিবেচনা কৰিবলৈ বাধ্য নকৰাই বৰং কঠোৰ ব্যৱস্থাহে লবলৈ বাধ্য কৰাইছে। আজি ভাৰতৰ মান মৰ্য্যাদাৰৰ ওপৰত নগা পাহাৰৰ পৰিস্থিতিৰো প্ৰভাব আছে। নগাৰ হিংসাত্মক কাৰ্য্যই কেৱল নগা পাহাৰকে নহয় অসমত তথা সমগ্ৰ ভাৰতত এটা চাপ বহুৱাব। চৰকাৰে নগাপাহাৰৰ গতি বিধি বুজি উচিত ব্যৱস্থা হাতত নললে এই বিদ্ৰোহৰ পৰিণাম ভাল হব বুলি আমি আশা কৰিব নোৱাৰো।

কেৱল সমস্যা সমূহেই অসমীয়াক বিমোৰত পেলোৱা নাই, উদ্যোগ বিষয়তো আজি অসম বঞ্চিত হব লগা হৈছে। দুখৰ বিষয় প্ৰথম পাঁচবছৰীয়া পৰিকল্পনাৰ উদ্যোগ বিকাশৰ পাণ্ডুলিপিয়ে বিপৰীত আকাৰ ধাৰণ কৰিলে। লেখত লব লগীয়া আৱশ্যকীয় কোনো উদ্যোগেই অসমত স্থাপন নহল। ফলত অসম পাচ পৰি থাকিব লগাই হল। দ্বিতীয় পাঁচ বছৰীয়া পৰিকল্পনাৰ কালছোৱাতো উদ্যোগ বিষয়ত আগ বাঢ়িব বুলি আশা কৰিলেও হতাশ নহৈ নোৱাৰো। কেন্দ্ৰীয় মন্ত্ৰী শ্ৰীশাহে সিদিনা অসমৰ উদ্যোগ বিকাশত হেঙাৰ দেখিলে। তেওঁৰ মতে অসমৰ প্ৰাকৃতিক, পৰিবহন আৰু আৰ্থিক সমস্যা দূৰ নহলে উদ্যোগ বিকাশত বহুতো বাধা আছে। উদ্যোগ বিকাশেই যদি নহয়, সমস্যা সমাধান কেনেকৈ হব? সেইবুলি বাহিৰা মূলধন লৈ উদ্যোগ স্থাপন কৰাটো আমি বাঞ্ছা নকৰো।

বাহিৰা মুলধনৰ সহায়ত আমাৰ উদ্যোগ স্থাপন হলে, সমস্যা আঁতৰ হোৱা দুৰৰ কথা ভোগৰ পৰাও বঞ্চিত হোৱাহে আশা আছে। উদাহৰণ স্বৰূপে দেখিবলৈ পাওঁ প্ৰাকৃতিক সম্পদ তেল উদ্যোগত। অনাচৰকাৰী প্ৰতিস্থানৰ দ্বাৰা পৰিচালিত হলেও ই আমাৰেই সম্পদ। গতিকে ইয়াৰ পৰা আমি যথেষ্ট সুবিধা পাবলৈ আশা কৰো আৰু পোৱাটো উচিত। কিন্তু আজি আমাক সুবিধা দিয়া দুৰৰ কথা বৰ্ত্তমান ডিগবৈৰ প্ৰস্তাৱিত শোধনাগাৰটোও কলিকতাত স্থাপন কৰাহে সপোন দেখিছে। প্ৰকৃততে এই শোধনাগাৰ যদি কলিকতাতেই স্থাপিত হয় তেন্তে অসমীয়াৰ ওপৰত দেখাদেখিকৈ বাগী কুঠাৰ নৰা হব। শোধনাগাৰ যদি অসমৰ বাহিৰত স্থাপন কৰা হয়, চৰকাৰৰ শিল্পনীতিৰ সম্পূৰ্ণ বিৰোধী কাম হব। শোধনাগাৰ দাবী অসমৰ ন্যায় সঙ্গত দাবী। এই ক্ষেত্ৰত আমি কব খোজো যে শিল্প উন্নয়ন কালৰ পৰা বাধা থাকিলেও আমাৰ স্বাৰ্থলৈ চাই চৰকাৰে সেই বাধা অতিক্ৰম কৰিব লাগিব আৰু গোটেই অসমত যি জনমত গঢ়ি উঠিছে তাক যেন আওকাণ নকৰে।

যদি "ক্ষীপ্ৰ উদ্যোগ বিকাশেই পৰিকল্পনাৰ উদ্দেশ্য" তেন্তে অসমৰ ক্ষেত্ৰতনো ই কিয় পাচপৰা? অনুন্নত দেশৰ সম্পদ পুনৰ উদ্ধাৰ কৰি তোলাই আঁচনীৰ মুল উদ্দেশ্য। কিন্তু প্ৰথম পাঁচ বছৰীয়া পৰিকল্পনাৰ কালছোৱাত অসমক আশাৰ বাণীৰে শান্তনা দিয়াৰ বাহিৰে কাৰ্য্যক্ষেত্ৰত কোনো মনোযোগ আকৰ্ষণ কৰা দেখা নগল। আচঁনীৰ উদ্দেশ্য যদি আশাৰ বাণীৰে শান্তনা দিয়াহে হয়, তেনে আচনীক কোনো মূল্য দিব নোৱাৰি। দ্বিতীয় পাঁচবছৰীয়া পৰিকল্পনাৰ কালছোৱাটো অসমৰ প্ৰতি বিশেষ মনোযোগ আকৰ্ষণ নকৰিব বুলি সন্দেহ হলেও আশা কৰো যাতে অসমক আওকাণ নকৰে।

## *বিকেন্দ্ৰীকৰণ—*

জাতিৰ ঐক্য ৰক্ষা কৰাৰ প্ৰধান উপাই বিকেন্দ্ৰীকৰণ। এই ভাবটো আজি পৃথিবীৰ সকলো জাতিৰ ভিতৰত সৃষ্টি হৈছে। বিকেন্দ্ৰীকৰণৰ যিবিলাক পক্ষপাতী, তেওঁবিলাকৰ মতে গাওঁ সমিতি স্থাপন কৰি সেইবিলাকক ক্ষমতা পৰিচালনা কৰিবলৈ দিয়া উচিত। ক্ষমতা বিকেন্দ্ৰীকৰণৰ এইটোৱেই উপায়। গাঁৱৰ অধিবাসী বিলাকে সমিতিৰ সভ্য নিৰ্ব্বাচন কৰিব। সমিতি বিলাকে গাৱঁৰ প্ৰশাসনৰ ভাৰ লব। তেওঁবিলাকে জিলা সমিতি বিলাকৰ সভ্য বাচি দিব, জিলা সমিতি বিলাকেও সেইদৰে প্ৰত্যেক ৰাষ্ট্ৰৰ বিধান সমভাৰ সভ্য বাচি দিবৰ ক্ষমতা থাকিব লাগিব। সন্ত বিনোৱাজিয়ে এনে মত তেখেতৰ বহু ভাষণত ব্যক্ত কৰিছে। ভাৰতৰ কল্যাণ কৰ এনে এটি সহজ সৰল পৰিকল্পনাই গাৱঁৰ অধিবাসীক অনুপ্ৰাণীত কৰিব তাত সন্দেহ নাই। আদৰ্শ ফালৰ পৰাও ই প্ৰশংসনীয়। কিন্তু দেশৰ সমাজিক আৰু অৰ্থনৈতিক পৰিস্থিতিত ইয়াক ৰূপায়িত আৰু উপযোগী কৰিব পাৰিনে নোৱাৰি তাকেহে ভাবি চোৱা আৱশ্যক।

গাওঁখনৰ শাসনভাৰ যদি সমিতিৰ ওপৰতে দিয়া হয় তেতিয়া প্ৰত্যেক গাৱেঁই একোটা প্ৰশাসনীয় গোট আৰু সেইদৰে অৰ্থনৈতিক গোট হব লাগিব। একোখন গাওঁ আংশিক ভাবে হলেও স্বতন্ত্ৰ আৰু স্বাৱলম্বী হব লাগিব। এনে অৱস্থাত বৃহৎ উদ্যোগিক পৰিকল্পনা সম্ভৱপৰ হৈ উঠাটো সন্দেহৰ কথা। আজিৰ দিনত গাৱঁলীয়া অৰ্থনৈতিক জীৱনৰ ওপৰত কিছুমান বাহিৰা বিষয়ে প্ৰভাৱ বিস্তাৰ কৰিছে, যাৰ ওপৰত গাওঁবিলাকৰ হাত দিবৰ কোনো শক্তি নাই। এটা জাতিয়ে দেশ-উন্নয়নৰ কাৰণে যেতিয়া কোনো এটা পৰিকল্পনা হাতত লয়, তেতিয়া গোটেই দেশখনকে সমগ্ৰ দৃষ্টিৰে চাই দেশৰ উৎপাদন কাৰী আৰু পন্য ভোক্তালৈহে চকু দিয়ে। আজিৰ যুগত কোনো এখন দেশেই আন এখন দেশৰ ওপৰত নিৰ্ভৰ নকৰি সুকীয়াকৈ থাকিব নোৱাৰে, কিয়নো পৃথিবীৰ সকলো দেশতে ৰাজনৈতিক আৰু অৰ্থনৈতিক বিষয়ত আন্তৰ্জাতিক প্ৰভাৱ পৰিছে, তাৰ পৰা কোনো দেশেই হাত সাৰিব পৰা নাই। বৰ্ত্তমান অৰ্থনীতিৰ ইতিহাসত কেন্দ্ৰীকৰণ এটা গুৰুত্ব পূৰ্ণ ঘটনা। দেশবিলাকৰ ভিতৰত পৰস্পৰ নিৰ্ভৰ-শীলতা বৰ্ত্তমান যুগৰ এটা লক্ষণ হৈ পৰিছে। আমাৰ গাওঁবিলাক এনেঅৱস্থাত অৰ্থনৈতিক সকলো বিষয়ত স্বাৱলম্বী হব পৰাটো অসম্ভৱ হৈ পৰে। যদি গাওঁ-খনক অৰ্থনৈতিক ক্ষেত্ৰত এটা গোট বুলি ধৰি লবলৈ সম্ভৱ নহয় তেনেহলে প্ৰশাসন বিষয়তো এটা

স্বকীয়া গোট বুলি ধৰি লোৱাটো সম্ভৱ নহয়। কিয়নো অৰ্থনৈতিক আৰু প্ৰশাসন বিষয় বিলাকৰ ভিতৰত এটাৰ পৰা আনটো পৃথক বুলি ভবাটো ভুল হব।

ৰাজনীতিৰ ক্ষেত্ৰত সকলো দেশৰ ৰাষ্ট্ৰৰ বিধান সভাৰ সদস্য নিৰ্ব্বাচন প্ৰত্যেক্ষ হিচাবে হোৱাটো জনসাধাৰণে বিচাৰে। অপ্ৰত্যক্ষ নিৰ্ব্বাচন গনতান্ত্ৰিক ভাৱৰ বিৰোধী বুলিয়েই নাগৰিক ভাৱাপন্ন কোনো দেশৰ জনসাধাৰণৰ বাঞ্চনীয় নহয়। বিকেন্দ্ৰীকৰণৰ সমৰ্থক সকলৰ মতে প্ৰত্যক্ষ ভাবে সদস্য নিৰ্ব্বাচন কৰাটো কেৱল ধনী মানুহৰ কাৰণে সম্ভৱ। আৰু ই দলীয় ভাৱৰ সৃষ্টি কৰে, এনে ভাবৰ নিৰ্ব্বাচনত বহুত অৰ্থৰ প্ৰয়োজন হয়। প্ৰত্যক্ষ নিৰ্ব্বাচনত জয়লাভ কৰিবলৈ হলে নিৰ্ব্বাচন প্ৰাৰ্থীৰ নিজৰ অৰ্থসঙ্গতি থাকিব লাগিব, নাইবা নিজৰ দলৰ ওপৰত তেওঁ যথেষ্ট প্ৰভাৱ থাকিব লাগিব। স্বাভাবিকতে এনে ধৰণৰ নিৰ্ব্বাচনত কিছুমান অবাঞ্চনীয় সদস্যৰ আবিৰ্ভাৱ হয়, আৰু অনেক যোগ্যতা সম্পন্ন মানুহৰ সেৱাৰ পৰা দেশ বঞ্চিত হয়। যথাৰ্থতে ই এটা গনতন্ত্ৰৰ কেৰোণ বুলি বহুতে স্বীকাৰ কৰে। কিন্তু ইয়াৰ প্ৰতিকাৰৰ বিধান কোনোৱে দিব পৰা নাই। অপ্ৰত্যক্ষ নিৰ্ব্বাচনৰ দ্বাৰা এনেদোষৰ হাত সাৰিব পাৰিব বুলিও ন দি কব নোৱাৰি। অৰ্থ ব্যয় কম হব পাৰে কিন্তু ইয়াৰ দ্বাৰা ক্ষুদ্ৰ গোষ্ঠীৰ ভিতৰত ক্ষমতা কেন্দ্ৰীভূত হোৱাতো সম্ভৱ। তদুপৰি ইয়াৰ দ্বাৰা দলীয় ভাব আৰ্তৰ হোৱাতকৈ বেচি হোৱাহে সম্ভৱ। আনহাতে সমষ্টি যদি ডাঙৰে হয়, প্ৰত্যক্ষ নিৰ্ব্বাচনত প্ৰাৰ্থীয়ে দুৰ্নীতি প্ৰয়োগ কৰিবলৈ বাধা পায়। এনে বিলাক অসুবিধাৰ বাহিৰেও অপ্ৰত্যক্ষ নিৰ্ব্বাচনৰ ক্ষমতা প্ৰাপ্ত কতৃপক্ষৰ আৰু জনসাধাৰণৰ ভিতৰত এটা অবাঞ্চনীয় বিৰাট ব্যৱধানৰ সৃষ্টি হয়। এনেকুৱা অৱস্থাত গনতন্ত্ৰ ৰাজনৈতিক শক্তিৰ মূল নিজৰা নহৈ শক্তি প্ৰয়োগ আৰু উৎপীড়নৰ জটীলতাপূৰ্ণ ফলীত পৰিণত হয়। সেইগতিকে গনতন্ত্ৰই যাতে জনসমূহক শক্তি আৰু প্ৰেৰণা যোগাব পাৰে তাৰ কাৰণে আমি সতৰ্কতা অবলম্বন কৰিব লাগিব। দেশত নতুন সম্পদৰ সৃষ্টি কৰি জনসমূহৰ জীবিকাৰ মান ওপৰ থাপলৈ তুলিবলৈ চেষ্টা কৰা ৰাষ্ট্ৰৰ কৰ্ত্তব্য বুলি যিবিলাকে মত পোষণ কৰে তেওঁবিলাকক হয়তো আদৰ্শবাদীসকলে কব পাৰে যে দেশত নতুন সম্পদৰ সৃষ্টি হক বা নহক দাৰিদ্ৰৰ ভাগ সকলোৱে সমানে গ্ৰহণ কৰিব লাগিব। গনতন্ত্ৰৰ নামত ধনতন্ত্ৰৰ পূজা এটা গহিত কাম। আদৰ্শবাদীসকলৰ এনে ধৰণৰ দৃষ্টিভঙ্গী ভাৰতৰ পক্ষে নতুন নহয়। কিন্তু এটা কথা আমি পাহৰি যোৱা উচিত নহব, যে বহুত বছৰ ধৰি বহিদেশৰ সম্পৰ্কত আহি আৰু পাশ্চাত্য জাতিৰ অধীনত থাকি আমাৰ সমাজত বহুত নতুন ভাব সোমাই নতুন ৰূপ দিবলৈ চেষ্টা কৰিছে। নতুন ভাব আকোৱালি লোৱা আৰু তাকে সম্পূৰ্ণ ভাৰতীয় সাঁচত গঢ়ি তোলাত ভাৰতে বৈশিষ্ট্য ৰক্ষা কৰি আহিছে। আজিৰ বিশৃঙ্খলাময় সমাজত আনি সামুহিক জীৱনৰ অখণ্ডতাৰ ধাৰণা কৰিব নোৱাৰা হৈছে। দাৰিদ্ৰৰ ভাৰ সমানে বহন কৰা ভাবে নতুন জাগৰণৰ সুচনা কৰিব ই ধ্ৰুপ কথা। জাতিৰ ঐতিহ্য আৰু প্ৰকৃতিলৈ লক্ষ্য ৰাখি জনসমূহৰ জীৱন অতি কম সময়ৰ ভিতৰতে গঢ়ি তোলাৰ নিচিনা এটি গুৰুত্বপূৰ্ণ কাম ৰাষ্ট্ৰই হাতত লোৱা সময়ত অৰ্থনীতিজ্ঞ সকলৰ পুনৰায় দকৈ ভাবি চোৱা যুগত হব কি কি মূলচিন্তা বিলাক অবলম্বন কৰি ভাৰতীয় জীৱন গঢ়ি উঠিছিল। পাশ্চাত্য মতবাদৰ দ্বাৰা পৰিপুষ্ট অৰ্থনীতিজ্ঞ সকলৰ চিন্তাৰ ধাৰাই হয়তো তেওঁবিলাকক দেশৰ সমস্যা সমাধান কৰাৰ ক্ষেত্ৰত আগুৱাটে পৰিচালিত কৰি লক্ষ্যৰ পৰা আঁতৰাই নিয়াৰ সম্ভৱ। গতিকে অৰ্থনৈতিক ধাৰণা বিলাক কি ভাবে ভাৰতত বাস্তৱতাৰ ৰূপ দিব পাৰি তাৰ চিন্তা গৱেষণাৰ গুৰুভাৰ অৰ্থনীতিজ্ঞ সকলৰ ওপৰতে পৰিছে।

## আমাৰ কলেজৰ ভিতৰ চ'ৰা আৰু আলোচনী—

আমাৰ কলেজৰ ভিতৰ চ'ৰালৈ ভুমুকিয়ালে নানান আলৈআহুকাল উদ্ভৱ হোৱা দেখা যায়, যিবিলাকৰ প্ৰতিকাৰ নহলে এখন পূৰ্ণাঙ্গ কলেজৰ আচল ৰূপটো পোৱা নাযায়।

গৌৰৱ কৰো আমাৰ কলেজক অসমৰ দ্বিতীয় অন্যতম স্থান দি — আনহাতেদি বেজাৰ কৰো এই অদ্ভুত যশস্যা লাহে লাহে নিৰ্ব্বাপিত হৈ যোৱাৰ বাবে। প্ৰায়বিলাক বিষয়তে, বিশেষকৈ বাণিজ্য শাখাৰ প্ৰতি কলেজ কতৃপক্ষৰ অৱহেলিত আচৰণৰ বাবে ক্ষুন্ন নহৈ নোৱাৰি। বিশ্ববিদ্যালয়ৰ নিম্ন পৰ্য্যায়ৰ ফলাফলৰ

বাবে কেৱল ছাত্ৰই দায়ীনে ? আমি সদৌ ছাত্ৰবৃন্দই অনতিবিলম্বে ইয়াৰ প্ৰতিকাৰ আশা কৰিছো । এই প্ৰসঙ্গতে আমি অতিশয় গৌৰবান্বিত হৈছো আমাৰ কলেজৰ "বানিজ্য শাখাৰ" লগতে ৰাতি আন এটি কলা বিভাগ খোলাৰ সক্ষমতা দেখি। জগন্নাথ বৰুৱা কলেজে দিনৰ শাখাত প্ৰায় ৮০০ – ১০০০ ছাত্ৰক কলা শিক্ষা দিয়েই ক্ষান্ত থাকিব নোৱাৰিলে—ছাত্ৰৰ বিপুল উৎসাহ উদ্দীপনাই আন এটি ৰাতিৰ কলা শাখা খোলাৰলৈ বাধ্য কৰালে। বাস্তৱিকতে ই বৰ সন্তোষৰ কথা।

কিন্তু আমাৰ হাতেদি অসমীয়া জাতিৰ তথা দেশৰ বৰ্ত্তমান পৰ্য্যায়ত কলা শিক্ষাতকৈ বাণিজ্য শিক্ষাৰ প্ৰতিও বেছি গুৰুত্ব দিয়া হলে আৰু বেছি উপকৃত হব যেনে যেন অনুভৱ হয়। যিহেতু ভাৰতে সমাজ তান্ত্ৰিক সমাজ গঠন কৰিবলৈ আগবাঢ়িছে, তেনেস্থলত দেশৰ অৰ্থ-নৈতিক সমস্যাৰ ওপৰত সকলো ফালৰে পৰা তাৎপৰ্য্য দিয়াতো নিতান্ত অপৰিহাৰ্য্য।

যেইকি নহওক কলা শিক্ষা ব্ৰতী সকলৰ প্ৰতি আমাৰ শুভেচ্ছা জ্ঞাপন কৰি এই শাখাৰ সফলতা কামনা কৰিলো।—

"অন্তৰৰ অনুভূতি প্ৰকাশেই সাহিত্য"। সাহিত্য চৰ্চ্চাই জ্ঞানবিকাশৰ হেতু। আৰু আমাৰ এই আলোচনীয়েই সাহিত্য চৰ্চ্চাৰ মাধ্যম, আৰু জ্ঞান বিকাশৰ স্থল। আমাৰ উঠি অহা বন্ধুসকলৰ মাজত হয়তো বহুতো কবি, সাহিত্যিক, উপন্যাসিক আৰু লিখক লুকাই আছে, কিন্তু প্ৰকৃত সুযোগৰ অভাৱত কলিতেই মৰহি যাব ধৰিছে। স্বতঃস্ফুট ভাৱে ওলাই অহা ভাব বাশিত বাধা পৰিছে। ইয়াৰ মূলতে হৈছে অৰ্থৰ অভাৱ। অৰ্থৰ অভাৱতেই ইয়াৰ কলেৱৰ সৰু আৰু এটা মাথোন সংখ্যা প্ৰকাশ কৰিবলৈ বাধ্য হৈছে। ইয়াতো ঠাইৰ অভাৱত বহুতো বন্ধুৰ সৃষ্টিক ঠাই দিব পৰা নাই। উঠি অহা বন্ধুবৰ্গৰ মনযোগাৰ পৰাকৈ পুঁজিটি টনকিয়াল কৰিবলৈ কলেজ কৰ্তৃপক্ষক অনুৰোধ কৰিলো।

আপোনালোকৰ আগত আলোচনীখনি ডাঙি ধৰিবলৈ অধ্যাপক শ্ৰীযুত মহেন্দ্ৰ ভট্টাচাৰ্য্যই দিহা পৰামৰ্শ দিয়াত তেখেতক মোৰ শ্ৰদ্ধা জনালো। শ্ৰীপ্ৰসন্ন কুমাৰ বৰঠাকুৰে ওপৰৰ "ব্লক"টি আলোচনীখনি সজাই পৰাই উলিয়াঁতে বহুতো সহায় কৰে। তাৰ বাবে তেওঁক মোৰ আন্তৰিক মৰম যাছিলো। তাৰোপৰি যি সকল বন্ধুৰ উদ্যগণিত আৰু "আসাম প্ৰিন্টিং ওৱাৰ্কচৰ" কৰ্ম্মচাৰী বৃন্দৰ যত্নত আলোচনীখনি ছাপা হৈ ওলাল তেখেত সকলকো মোৰ শ্ৰদ্ধা আৰু মৰম দিলো।

অতবোৰ সহায় সহানুভূতি পোৱাৰ স্বত্ত্বেও আলোচনী খনিত বহুতো আসোঁৱাহ নথকা নহয়। তাৰবাবে যেন পঢ়ুৱৈ সমাজে ক্ষমা কৰে।

—সম্পাদক—

॥ वार्षिक ॥

# जगन्नाथ बरूआ महाविद्यालय वाणिज्य पत्रिका, जोरहाट।



## हिन्दी विभाग

| वर्ष १ | अक्टूबर १९५६ | अंक १ |
|---|---|---|

## = प्रस्तुत सामग्री =

| | विषय | लेखक | पृष्ठ संख्या |
|---|---|---|---|
| १। | सरस्वती-वन्दना | जैनकवि धर्मसी | |
| २। | सम्पादकीय | चैनरूप बाकलीवाल | १ |
| ३। | समय की अटल मांग | प्रो रा० वि० जवलेकर | ४ |
| ४। | टूटे साज (कहानी) | अजित जैन | ५ |
| ५। | हिन्दी साहित्य और हिन्द आदर्श | उदय जैन | ८ |
| ७। | एक टिप्पणी | प्रो एम० सी० चक्रवर्ती | १० |

संचालक :—
प्रो रा० वि० जवलेकर,
एम० कॉम, एल० एल० बी।

सम्पादक :—
चैनरुप बाकलीवाल जैन,
चतुर्थ वर्ष वाणिज्य।

"एक हृदय हो भारत जननी"

## ❀ सरस्वती-वंदना ❀

जैन कवि धर्मसी (धर्मवर्द्धन)

अगम आगम अरथ उतारें उर सती,
वयण अमृत तिके रयण ज्यूं वरसती।
हुअइ हाजर सदा हेतु आ हरसती,
सेविजे देवि जे सरसती सरसती ॥१॥

विद्या दे सेवकां विनो वाधारती,
अड़वड़ियां साँकड़ी वार आधारती।
इंद नरिंद जसु उतारै आरती,
भणां तुझनै नमो भारती भारती ॥२॥

वेलि विद्या तणी वधारण वारदा,
हुआ प्रसन्न सहु पामिजै हारदा।
प्रसिद्ध सकल कला नीर निधि पारदा,
सुद्ध चित्त सेव नित सारदा सारदा ॥३॥

अधिक धर ध्यान नर अगर उखेवता,
व्यास वालमीक कालीदास गुण वेवता।
सुबुद्धि श्री धर्मसी' महाकवि सेवता,
दीयइ सहु सिद्धि श्रुत देवता देवता ॥४॥

---

बढ़ने दो इसे सदा आगे, हिन्दी जन-मन की गंगा है।
यह माध्यम उस स्वाधीन देश' का, जिसकी ध्वजा तिरंगा है।
हों कान पवित्र इसी सुर में, इसमें हर हृदय तड़पने दो,
हिन्दी है भारत की बोली, तो अपने आप पनपने दो ॥

❀ ❀ ❀ ❀

श्रृंगार न होगा भाषन से' सत्कार न होगा शासन से,
यह सरस्वती है जनता की, पूजो उतरो सिंहासन से।
तुम इसे शान्ति में खिलने दो, संघर्ष काल में तपने दो,
हिन्दी है भारत की बोली, तो अपने आप पनपने दो ॥

# सम्पादकीय

विश्व का प्रत्येक उन्नतिशील राष्ट्र अपनी एक राष्ट्रभाषा से सुशोभित है। प्रत्येक स्वतन्त्र देश के पास भाषा के रूप में निजिनिधि है। राष्ट्र भाषा से निहित देश निःसन्देह पराधीन कहा जा सकता है। इसका ज्वलन्त उदाहरण-हमारा पहले का भारत है। भारत के पास अपनी निजि राष्ट्रभाषा नहीं थी और वह एक विदेशी भाषा के माध्यम के द्वारा अर्थात अंग्रेजी से राष्ट्रभाषा का काम चलाता था। प्रत्येक प्रान्त में इस भाषा की जानकारी कराने वाले विद्यमान थे। यद्यपि यह भाषा सरल तथा मधुर थी परन्तु विदेशी होने के कारण भारतीयों के लिए दुरूह कर सिद्ध हुई। अतः जल्दी ही इसका वहिष्कार होना प्रारम्भ हो गया। संक्रमणकाल की अवधि में, जो कम से कम होनी चाहिये, आवश्यक कार्यों में हम अंग्रेजी को सहन करते रहे हैं किन्तु तत्पश्चात् हमें अपना संपूर्ण ध्यान इसी बात पर केंद्रित करना पड़ा कि उस विदेशी भाषाके स्थान पर एक ऐसी भाषा को प्रस्थापित किया जाय, जो कि विभिन्न प्रान्तों के लोगों के पारस्परिक विचारों की सुगमता पूर्वक आदान-प्रदान की आवश्यकता की पूर्ति कर सके तथा एक साधारण भाषा के नाते हम सभी को पूर्ण एकता के सूत्र में आबद्ध करे।

अंग्रेजी के प्रति घृणा तो कुछ कुछ भरने लग गई पर साथ साथ राष्ट्रभाषा के सम्बन्ध में एक नई उलझन का निर्माण हो गया कि इस अनेक प्रान्तों वाले महान् देश भारत में किस भाषा को यह स्थान दिया जाय। प्रत्येक प्रान्त अपनी अपनी पृथक भाषा रखता है और सभी भाषायें अपनेमें परिपूर्ण है। प्रत्येक प्रान्त का रहने वाला अपनी मातृभाषा को राष्ट्रीय बनाने का इच्छुक था। और इसीलिये इस प्रश्न को लेकर एक लम्बे अर्से तक वाद-विवाद चलते रहे।

सम्पूर्ण समस्या के हल की दृष्टि से हमनें हिन्दी को ही प्रधानता देना उचित समझा क्यों कि यही सुविधाजनक है। राष्ट्रीयभाषा बनने का अधिकार उसी भाषा को उपलब्ध हो सकता है जो सबसे सरल व मधुर हो और जो सबसे ज्यादा लोगोंके द्वारा बोली जाने वाली हो। इस साधारण सिध्दान्त ने सभी अन्य भाषाओं को मौन रहने के लिए बाध्य किया। हिन्दी के सिवाय प्रत्येक भाषा अपने ही क्षेत्र तक सिमित है। यह अत्यधिक प्रचलित भाषा है। अत्यन्त आसानी से अन्य प्रान्तीय भाषाओं के जानकार इसे अपना सकते हैं। हिन्दी भारत की प्रमुख श्रेष्ठ भाषा संस्कृत की उत्तराधिकारणी है। यह सर्वसाधारण सभी भारतीय भाषाओं के समान ही संस्कृत निष्ठ एवं संस्कृतजन्य है। संस्कृत का त्याग करने के १००० वर्ष उपरान्त वाली भाषाओं में यह सर्वाधिक सरल है।

जनतन्त्र भारत के संविधान में हिन्दी अपने असाधारण विशेषताओं द्वारा राष्ट्र भाषा घोषित

की गई। इसके विरोधियों नें विपरित में नारा भी लगाया था कि अब प्रान्तीय भाषाओं का विनाश हो जायगा पर यह तो उनकी अनर्गल बकवास थी। प्रान्तीय भाषाओं की उन्नति कदापी कम नहीं हो सकती। उन्हें भी प्रचलित होने का समान अधिकार है। अंग्रेजी शासन काल में भी तमिल, बंगला, मराठी, गुजराती और पंजाबी आदि ने असाधारण प्रगति की है, तथा एक ऐसे उच्चस्तर की रचना ओं का निर्माण करने में वे भाषाएं सफल सिध्द हुई हैं। जिनकी भूरि भूरि प्रशंसा विश्व के महान साहित्यिकों ने भी की है। वे सभी हमारी समान श्रध्दा की पात्र हैं। अब हमें इस प्रकार का भय मानने की तनिक भी आवश्यकता नही कि प्रांतीय भाषाओं के अधिकारों पर किसी का अतिक्रमण होने जा रहा है। इसबात को कोई भी नहीं चाहेगा कि वे सारी ही भाषायें, जिन्होंने सदियों तक हमारे विचारों को इतने सुयोग्य ढंग से अभिव्यक्त किया है, नष्ट हो जायं और उनमें से केवल कोई एक देशी भाषा जिवित रहे। किन्तु फिर भी सार्वदेशिक भाषा के रूप में केवल उसी एक भाषा को उपयोग में लाया जाय, जो कि सर्वसाधारण जनों के लिए विचारों के आदान-प्रदान की दृष्टि से सुगम है और वह भाषा एक हिन्दी ही है।

हमारी देवनागरी राष्ट्र भाषा के पद पर सुशोभित हो जाने के पश्चात भी अनेक दिनों तक वाद-विवादों से असित रहने लगी राष्ट्रभाषा का नाम हिन्दुस्तानी रखने के लिए भंयकर शोरगुल किया गया। यह व्यर्थ की कल्पना शोभा दे न सकी। हिन्दी शब्द हिन्दुस्तान से ही तो बना है और इसी से हिन्दुस्तानी। एक के अनेक नाम हो सकते है। एक को गल्त बनाकर दुसरे नाम को ठीक कहना फिजूल का तर्क मात्र है। जो व्यक्ति हिन्दी को हिन्दुस्तानी के नाम से पुकारने का जोर देते हैं उनके अन्तस्थल में साम्प्रदायिकता स्पष्ट नजर आती है। हिन्दुस्तान में रहनेवाले हिन्दु कहलाते हैं तो उन्हीं हिन्दुओं की भाषा को हिन्दी कहने में कोई भी हर्ज नहीं है।

भाषा की गहन समस्या समाप्त होने पर लिपी का प्रश्न खड़ा हुआ पर दूरदर्शिकों ने नागरी लिपी को अपना कर हमारी उलझन का रोड़ा आसानी से हटा दिया नागरीलिपी जितनी सरल और स्पष्ट है उतनी शायद ही अन्य हो। उर्दू आदि भाषाओं की लिपी तो काफी कठिनता को लिये हुए है। फिर हमको किसी की सुन्दरता को तो विशेष देखना नहीं है परन्तु स्पष्टता का स्थान प्रमुख है और वह हिन्दी से ज्यादा किसी अन्य भाषा ओं में पायी नहीं जाती। हिन्दी भाषा की अत्यधिक विशेषताही तो यही है कि इसमें जिस प्रकार से लिखा जाता है उसी प्रकार से पढ़ा जाता है जो अन्य भाषाओं में अप्राप्य है।

जनतन्त्र भारत के नागरिकों का प्रमुख एवं प्रत्यावश्यक कर्त्तव्य और धर्म है कि वे अपनी प्रिय मातृभाषा का प्रचार करने में अपनी जान की बाजी भी लगाने में अग्रसर रहें जिस से राष्ट्र में एकता कायम हो। भारतीय शास्त्र की आत्मा हिन्दी, अंग्रेजी के स्थान के उपयुक्त है। इसमें आधुनिक भाषाओं का अच्छा संग्रह है जिसमें विज्ञान और दर्शन भरा है। यह भारतवर्ष के हृदय की वाणी है। यह भौगोलिक सत्य है कि हिन्दी बोले जाने

वाले भाग भारत के हृदय के प्राण हैं। हिन्दी क ही द्वारा भारतीय-साहित्य फैलाया जा सकता है जो हमारे देशवासियों के फेंफड़ों को जाग्रत करता है। मातृभाषा हिन्दी हमारे स्वाधीन राष्ट्र की निधि है। इसमें राष्ट्रीयता, जातीयता, धार्मिकता तथा साम्राज्यवादता की भावना निहित है। राष्ट्रभाषा का उत्थान और विकास ही देशप्रेमियों की सर्वोन्मुख भक्ति है।

हिन्दी साहित्य का आम जनता में प्रचार करना राष्ट्र की बहु मुल्य सेवा करने का साहस बटोरना है। यह सोचकर दिल में हार्दिक खेद होता है कि हिन्दी, जो हमारी राष्ट्रभाषा है, अभी तक पद-दलित समझी जारही है। भारतीय हृदयों में अभीतक इसके प्रति कोई श्रध्दा की रोनक जाग्रत नहीं दिखाई देती। यह विषाद कमजोरी हमारे संस्कृत जन्य देश को उज्ज्वल और गौरवान्वित होनें में बादक हीन हीं नहीं परन्तु हमारी गुलामी की कथा भिनभिनाती है। भारतभूमि को स्वतन्त्र हुये आज लगभग दश साल होने जारहे हैं मगर अब तक हिन्दी की उन्नति का कोई विशेष कदम न हीं उठाया गया है। हिन्दी प्रसारित संस्था ओ की आज देश में अत्यन्त आवश्यकता है। मैं भी कालेज में हिन्दी आलोचनी को सम्पादित करते हुए अपने को सौभाग्यशाली समझता हूँ और आशा करता हूं कि आगामी प्रति वर्ष यह विभाग हिन्दी साहित्य के उत्थान और प्रचार में अपना तुच्छ सहयोग प्रदान करता रहेगा। मैं अंक के सलाहकार और मेरे सहयोगी बन्धुओं को अनेक धन्यवाद देता हूँ और उनके साहित्य प्रेम का हर्षित मन से अभिनन्दन करता हूँ।

चैनरुप बाकलीवाल, सम्पादक—हिन्दी विभाग।

॥ जय हिन्दी—जय राष्ट्र निधि ॥

कोटि-कोटि जनता की जय हो,<br>
सदा अभय हो सदा अजय हो,<br>
जन जन का पथ ज्योतिर्मय हो,<br>
स्नेह भाव प्राणों में लय हो,<br>
भारत जननी एक हृदय हो।

॥ एक हिन्दी प्रेमी ॥

# समय की अटल मांग

[ द्वारा—प्रो॰ रा॰ वि॰ जवलेकर, एम॰ कॉम॰ एल॰ एल॰ बी। ]



भारतवर्ष को स्वतन्त्र हुये लगभग दश साल हो गये है लेकिन राष्ट्रभाषा हिन्दी का यश स्तम्भ अभी भी बहुत दूर नजर आता है। चन्द रोज पूर्व हुये शिक्षण-मन्त्रीओं की बैठक में शास्त्रीय और यान्त्रिक शिक्षण अंग्रेजी में ही देने का निश्चय किया है। ऐसा शिक्षण हिन्दी में देने से पढ़ाई में कमजोरी रहने की बहुत सम्भावना है। और ऐसा होना देश की प्रगति के लिए बाधक है। नींव में कमजोरी रहना बालु पर के मकान के सदृश्य होगा।

स्वतन्त्रता के पश्चात् हमारे भाषा क्षेत्र में विशेष प्रगति नहीं हुई। अंग्रेजी दश-पन्द्रह वर्षों में हमारे राष्ट्रीय जीवन से ओझल हो जावेगी यह हमारे माननीय नेताओं का आत्म विश्वास है। परन्तु इस बीच तो हमारी भाषा का वह तेज और विश्वास लुप्त हो गया है जो अंग्रेजी का स्थान ग्रहण कब कर सकेगी।

हमारा देश बहुत विस्तृत है और यहां कभी भी एक भाषा न रही। अंग्रेजों से पूर्व इतने बड़े राष्ट्र को एक छत्र के निचे रखना निश्चय दुर्लभ था। यान्त्रिक साधन तो स्थलान्तर के कारण उपलब्ध न थे और वाष्पशक्ति के आविष्कार के बाद ही हमारी स्थलान्तर पर विजय हुई और साथ ही विस्तारित एक सूत्री राज्य की संभावना हुई। जब से यह सम्भावना वास्तविकता में परिणित हुई है, तब से हमें पूर्ण स्वशासन का अवसर सन् १९४७ तक न मिला। कुटील राजकरण पटु होने के कारण विदेशी शासकों ने बहुत फायदा उठाया। भिन्न भिन्न भाषा अमर्याद बढ़ाती है। यह हम पूर्व समय में देख चुके थे फिर भी भाषावार प्रान्त रचना बिल पास होनेके समय हम बहुत सहनकर चुके। इस तुच्छ आन्दोलन में अकारण ही असख्यांत अमूल्य जिन्दगीयां नष्ट हुई,

हिन्दी भाषीय लोग हमारे देश में बहु संख्य है। पूर्व और दक्षिण इलाकों का संसर्ग कम होने से और लिपी में भिन्नता होने से उनका हिन्दी से अन्तर रहा। उनकी भाषायें संस्कृत जन्य नहीं है। हिन्दी भाषा का विशेष गुण यह है कि इसको जानना और लिखना अति आसान है। हम भारतवासियों में भाषा की भिन्नता होने हुए भी रहनसहन, रितिरिवाज, आचार विचार, संस्कृति और हित सम्बन्ध में भिन्नता नहीं। तात्विक दृष्टि से भिन्नता होने से हमारी राष्ट्रीय क्षति भले ही न हो, किन्तु आम जनता में विशेष शिक्षण और जागृति होने के कारण कुछ स्वार्थपरायण लोक इसका नाजायत फायदा लेते हैं। इस बाधा से बचाने वाली सर्वगुणसम्पन्न एक राष्ट्र भाषा हिन्दी ही है।

फूली न समायी और इसी बीच रेखा की मां के मुंह से एक दीर्घ निःश्वास निकड़ पड़ी—"काश! हम दोनों एक ही जाती की होती बहन ………और इन्हें विवाह सूत्र में बांध कर कितनी हर्षित होती।

दिन गुजरते देर न लगी। परिक्षा निकट आ पहुंची। दोनों रात दिन अध्ययन में व्यस्त रहने लगे। अनेक सप्ताह बाद परिश्रम का परिणाम निकला। सारा भवन उछल पड़ा। सारे विश्व विद्यालय में प्रदीप प्रथम और रेखा तृतीय रही। रेखा के पिता की प्रसन्नता की सीमा न रही और उन्होंनें इस खुशी में लोगों को एक बड़ी सी दावत दी।

पांव में लगे पंख के सहारे समय बादल धरती पर कभी धूप कभी छाँह करते अविराम गति से दौड़ने लगे। नवीन प्रेरणा का सूचक सूर्य पृथ्वी पर रात दिन के नक्शे खींचता हुआ चेतावनी दे रहा था। दिन, सप्ताह और महीने के महिन गुजरने लगे। और एक रोज राय बहादुर ने अपनी इकलौती सन्तान रेखा की कुड़माई अहमदाबाद के सुप्रसिद्ध मिल मालिक श्री कन्हैयालाल के सुपुत्र जयचन्दलाल, बी० एल के साथ कर दी। उन्हें क्या मालुम था कि रेखा को इस समाचार से चोट पहुंचेगी। और सचमुच जाति पाँति के भेद भाव ने उनकी जुबान पर बड़े बड़े ताले लगा दीये। रेखा और प्रदीप अपने अरमानों की होली जलती देख कर अट्टहास कर उठे। अपना सब कुछ स्वाहा हो गया पर दोनों ने उफ़ तक न निकाली। प्रदीप को ऐसा लगा मानों वह अब जिन्दामी नहीं रह सकेगा परन्तु एक दिन……।

भवन सारे सम्बन्धीयों से खचा खच भर गया। शहनाई बज उठी पर इसकी मधुर राग दोनों के कानों में पिघला हुआ शीशा उडेल रही थी। बारात आई—दिल पर बड़ा सा पत्थर रखा कर प्रदीप ने उसकी अगवानी की।

………भांवरें पड़ने लगे। हवनकुण्ड में जलती हुई अग्नि के बीच प्रदीप ने अपने दिल को जलते देखा। उसकी आत्मा चीख उठी। सबने वर-वधु को आशीर्वाद दिये—विदाकीबेला आई। रेखा प्रदीप एक दुसरे से लिपटे अविरल आँसू बहा रहे थे। रोती रोती रेखा बोली—"शरीर दूसरे का हो चुका प्रदीप पर-आत्मा सदैव तुम्हारी रहेगी।" और डोली रेखा को लेकर चली गई।

आज रेखा को गये एक अरसा बीत गया। ………लानमें बैठा प्रदीप अतीत के पन्नें उलट रहा है। आंखों से मोती गिर रहे हैं। वही लान है, वही चान्दनी है और राय बहादुर का स्नेह वही है। …… पर प्रदीप के चेहरे पर कभी किसी ने खुशी नहीं देखी।

कैसे बजेगा साज— तार जो टूट चुके हैं।

# हिन्दी साहित्य और हिन्द आदर्श

( उदय जैन, तृतीय वर्ष वाणिज्य )



साहित्यहीन पुरुष पशु की उपाधी से विभूषित किया जाता है और प्रत्येक प्रान्त और राष्ट्र साहित्य के बिना निर्जन कहलाते हैं—यह क्यों? वहां के निवासी भी तो मनुष्य है, शिक्षित है। और ऐसी कोई बात भी तो नजर नहीं आती कि वे लोग शान शौकत से निहित है। पर वास्तविक बात यह है कि यहां का व्यक्ति अपना ध्यान किसी विशेषता की तरफ गौरवपूर्ण दृष्टि से नही रख सकता क्यों कि उसके सामने एक जटिल समस्या अपना घर घर बनाये खड़ी रहती है। उसके सामने विभिन्न प्रकार की भाषायें, विभिन्न तरह की वेशभूषा वाले प्राणी और अनेकों प्रकार की धर्म क्रियाओं का जमघट लगा रहता है। हमें जरा सोचना चाहिये कि जब इतनी उलझनें हमारे सम्मुख है तो हमारा ज्ञान भंडार संकुचित न होकर विस्तृत होना चाहिये। पर ऐसा नहीं हो पाता क्यों कि मनुष्य का मस्तिष्क चारों ओर भटकता रहता है एवं स्थिरता उसके दिमागिक अंचल से झपटती जाती है और एक भयंकर झंझट उसके सामने मुंह बाये खड़ा रहता है। ज्यों ही वह किसी मंजिल को पार करना चाहेगा उसके सम्मुख कोई नया शिकंजा फसने के लिए तैयार होगा और इसी बंधन में वह अपना अमूल्य समय क्षतिग्रस्त कर बैठता है। इन तमाम झंझटों, उलझनों और मुसीबतों के मध्य भाषा की भी एक समस्या है। एक आसामी भाषी मारवाड़ी भाषा का उच्चारण शुद्ध रूप से नहीं कर सकता और एक राजस्थानी व्यक्ति मराठी व पंजाबी भाषा की जानकारी भली भांति नहीं प्राप्त कर सकता है। इस प्रकार इन सभी कठिनाईयों के उपरान्त भी हम अपनी सीमा का निर्द्धारण कर सकते हैं। हमारे में अपने झंझटों को दूर करने की ताकत है। हमने अपनी सफलता भी उस वस्तु के जरिये प्राप्त की है—प्राप्त कर रहे हैं और प्राप्त होंगी, जो हमारा अमूल्य खजाना है और वह हमारी बेजोड़ पथ प्रर्शित करने वाली वस्तु है हमारी मातृ भाषा "हिन्दी"।

आज भारत का बच्चा बच्चा इस भाषा परिचित है। कोई भी नव युवक या वृद्ध इस भाषा से अनभिज्ञ नहीं। उन सभी के हृदय में इस भारती भाषा के प्रति अगाढ़ प्रेम, अटूट श्रद्धा है और सम्मान है। हमारा गौरव इसमें निहित है। हिन्दी भाषा का बोल बाला भारत के हर क्षेत्र में, हर प्रान्त में और हर बच्चे की जबान पर सुनाई पड़ता है। पर ऐसा क्यों हुआ? क्या और कोई दूसरी भाषा इतनी अच्छी और सुदृढ़ नहीं? क्या और दूसरी भाषा में वास्तविकता और मौलिकता का अभाव है। नहीं—हम भूलते हैं कि हिन्दी हमारी राष्ट्रीय भाषा है। यहीं हमारी मातृ भाषा है। जिस प्रकार एक नवजात शिशु को अपनी मां का दूध स्वादिष्ट और ममतामय लगता

है उसी प्रकार भारत के प्रत्येक लाल को अपनी मातृ भाषा प्रिय और लुभावनी लगती है।

विदेशी साहित्यिकों ने हिन्दुस्तान को विविध भाषी, विविध धर्मों एवं विविध वेशभूषा और रहन सहन वाला राष्ट्र बनाता है पर यह उनकी गलत सूफ है। भारत विविध भाषी होते हुए भी एक भाषी देश है। भारत के विविध धर्मों एवं जातियों का स्थान एक है। भारतीय साहित्य में तो विविध शब्द का ही लोप हो चुका है। एक राष्ट्रभाषा का देश भारत अग्रसर के पथ पर है। हिन्दी भाषा की इतना प्रसार, इतनी लोक प्रियता की कोई विशेषता है। इसकी विशेषता का जड़ एक मात्र हिन्दी साहित्य है। भारत का हिन्दी साहित्य का भंडार अतुल है। इसमें अनेकों तत्व हैं। भारत के प्राचीन संस्कृतिक साहित्य की ख्याति जगत प्रसिद्ध है। अन्य किसी भी मुल्क में इतने अगणित तत्वों वाला साहित्य कभी नहीं था यह किसी भी इतिहास के पुराने सुनहलें पन्नों से हम ज्ञात कर सकते हैं। भारतीय साहित्य का आदर हर पन्नों में समा हुआ है।

हमारे देश में भी हिन्दी साहित्य का मूल्य है। प्रत्येक व्यक्ति इसकी जानकारी की यथाचेष्टायें करता है। हरएक पुरुष इसके सार को ग्रहण करना चाहता है। खेद की बात है कि आज भी अनेकों कठिनाईयां इसकी उन्नति में बाधक हैं। वे इसके उत्थान के पथ में कांटों सी बन रही हैं। हमें उनसे वंचित होना है और हिन्दी साहित्य के आदर्श को चमकीला बनाना है। भारत की अनेकों भाषाओं के मध्य हिन्दी का प्रसार अत्यावश्यक है। भारत जैसे विस्तृत जनसमूहों से आच्छादित उन ग्रामों में हिन्दी साहित्य प्रवेश जब पूर्ण रूप से हो जावेगा तो फिर इसका अगला पथ स्पष्ट तया नजर आ जावेगा और तब इसकी चन्द्रमुखी उन्नति होगी।

भारतीय साहित्य का आदर, सम्मान् और प्रतिष्ठा भारत के नव खिले पुष्पों पर आधारित है। उन पुष्पों का प्रमुख कर्त्तव्य है कि वे अपने इस हिन्द हितैषी साहित्य का प्रचार जन जन के मस्तिष्क तक पहुंचाने का भरसक प्रयास करें। उनके प्रयत्न से हमारे अमूल्य साहित्य की प्रतिष्ठा एवं उन्नति ही नहीं होगी बल्कि हमारे स्वतन्त्र हिन्द का आदर्श भी ऊंचा उठ सकेगा। भाषावाद का मनमुटाव अदृश्य हो सकेगा और हिन्दी की उन्नति का मार्ग सरल हो सकेगा। हिन्दी साहित्य की नींव अडिग हो आवेगी और भाषा के भूचालों का इस पर कोई भी प्रभाव नहीं पड़ेगा। प्रत्येक जन के इस प्रयास में हिन्दी की शान है और यही प्रयास हिन्द आदर्श का प्रतीक है।

॥ हिन्दी साहित्य जिन्दाबाद ॥

---

**राष्ट्रभाषा के प्रचार को मैं राष्ट्रीयता का अंग मानता हूँ।**

—राष्ट्रपति राजेन्द्र प्रसाद।

# एक टिप्पणी

प्रो माधवचन्द्र चक्रवर्ती, अध्यक्ष—वाणिज्य विभाग।



कोइ राष्ट्र स्वतन्त्र हो या परतन्त्र, यह जानने के लिए यह मालुम करना आवश्यक है कि राष्ट्र में राष्ट्रभाषा का तथा राष्ट्रीय वेशभूषा का क्या स्थान है। संसार में कोई भी स्वतन्त्र राष्ट्र नहीं जिसने राष्ट्रभाषा को गौण स्थान दिया हो। भारत सदियों से परतन्त्र रहा परन्ते स्वतन्त्र होने के उपरान्त यह आशा थी कि हम अपनी राष्ट्रभाषा को उसका स्थान यथाशीघ्र दे सकेंगे परन्तु हमारे देश के अधिकांश अधिकारी, विद्वान्, लेखक, वक्ता तथा नेता जिन्होंने अंग्रेजी की बदौलत ही ऊँचा स्थान प्राप्त किया है अंग्रेजी में ही सोचते हैं लिख सकते हैं और बोल सकते हैं। उनकी प्रतिभा, उनका पांडित्य अंग्रेजी भाषा पर ही अवलंबित है। यह कहा जाता है कि अंग्रेजी को छोड़ने से देश की भयंकर हानि होगी, पर यदि और स्वतन्त्र देशों को ऐसा करने से कोई हानि नहीं हुई तो हमारी ही क्यों हानि होगी। जब राष्ट्र के स्वतन्त्र होने पर भी आज राष्ट्रभाषा को उसका स्थान प्राप्त करने के लिए बड़े भगीरथ प्रयत्न करने पड़ रहे हैं। राष्ट्रभाषा उत्थान तथा विकाश में इस विभाग का होना अत्यन्त आवश्यक था। हमारे कौलेज के कतिपय उद्यमी और स्वार्थ रहित कर्म अध्यापकों एवं विद्यार्थीयों का यह अविरल प्रयास सराहनीय है। मुझे आशा है कि हमारे कौलेज विद्यार्थीवृन्द राष्ट्रभाषा प्रचार कार्य के लिए इस विभाग को अपना शक्तिय सहयोग प्रदान कर इसे चिरस्थायी सेवा करने का प्रोत्साहन देंगें। यही मेरी चाहना है।

> हिन्दी उन सभी गुणों से अलंकृत है जिनके बल पर विश्व की साहित्यिक भाषाओं की श्रेणी में समासीन हो सकती है।
>
> —राष्ट्रकवि मैथिलीशरण गुप्त।